# কৃতজ্ঞতা


নৰকান্ত বৰুৱা
নিকুঞ্জলতা মহন্ত
খগেন মহন্ত
প্ৰভাত শৰ্মা
ৰমেন বৰুৱা
বনজ্যোৎস্না মহন্ত বৰুৱা
সাগৰ মহন্ত
ৰাখী মহন্ত
ফণীন্দ্ৰ কুমাৰ দেবচৌধুৰী
সুৰেন্দ্ৰ নাথ বৈশ্য
অদীপ কুমাৰ ফুকন
অনুৰাধা শৰ্মা পূজাৰী
মণি মহন্ত
অচ্যুত কুমাৰ পাটোৱাৰী
শান্তনু কৌশিক বৰুৱা
মহানন্দ শৰ্মা (কনিষ্ঠ)
মনজ্যোৎস্না মহন্ত
প্ৰমোদ কলিতা
তপন ফুকন
অনুপম হাজৰিকা
দেবজিত ভূঞা
ৰাজীৱ মহন্ত
তৰালি শৰ্মা
বিদ্যুৎ কুমাৰ ভূঞা
মালা মহন্ত
অৰূপ ৰায়
পঙ্কজ চৌধুৰী
ৰঞ্জন শৰ্মা
উৎপল দত্ত

# প্ৰিয়তম এই জীৱন

## কেশৱ মহন্তৰ গীত আৰু জীৱনৰ কথা



নম্ৰতা দত্ত

জাৰ্ণাল এম্পৰিয়াম
নলবাৰী - ৭৮১৩৩৫

**PRIYATAMA EI JIBON**
Essays on Lyrics & Life of Keshab Mahanta
written by **Namrata Datta** and published by
**Surendra Chandra Baishya** on behalf of
Journal Emporium, PNC Road, Nalbari 781335
First Publication Nov. 2002
Price **Rs Sixty Only**

প্ৰিয়তম এই জীৱন

কেশৱ মহন্তৰ গীত আৰু জীৱন বিষয়ক
কেইটিমান প্ৰবন্ধৰ সংকলন
ৰচনা নম্ৰতা দত্ত
প্ৰকাশক সুৰেন্দ্ৰ চন্দ্ৰ বৈশ্য
জাৰ্ণাল এম্পৰিয়াম, নলবাৰী ৭৮১৩৩৫
প্ৰথম প্ৰকাশ নবেম্বৰ ২০০২
বৰ্ণপাত আৰু মুদ্ৰণ প্ৰস্তুতি ইমেইজ মেকাৰ, গুবাহাটী
আলোক চিত্ৰ অনুপম হাজৰিকা
বৰ্ণপাতৰ ডিজিটেল ইমেজিং ৰাজীৱ মহন্ত
মুদ্ৰণ শৰাইঘাট ফটো টাইপছ, গুৱাহাটী ২১
মূল্য ষাঠী টকা মাত্ৰ

## উচৰ্গা

স্বৰ্গগতা মা
**পংকজা শইকীয়ালৈ**
যাৰ পৰাই লাভ কৰিছিলোঁ
সংগীতৰ প্ৰথম পাঠ

# পাতনি

এটা কথাত আমাৰ প্ৰজন্মৰ মানুহখিনি ভাগ্যবান যে অসমীয়া আধুনিক গীতৰ সোণালী সময়খিনিতেই আমাৰ শৈশৱ আৰু কৈশোৰ অতিবাহিত হৈছিল। একে দৰেই সেই সময়খিনিৰ হিন্দী ছবিৰ গীতেও আমাৰ মনৰ মাজত একেই হেন্দোলনি তুলিছিল। সেই গীতবোৰৰ কথা আৰু সুৰ আজিও আমি বুকুৰ মাজত কঢ়িয়াই ফুৰিছোঁ। সেই গীতবোৰৰ অসমীয়া গীতখিনিৰ বেচিভাগ গীতহে আছিল কেশৱ মহন্তৰ আৰু হিন্দী গীতখিনিৰ বেচিভাগ আছিল গুলজাৰৰ। এই দুই গৰাকী কবিৰ কবিতা আৰু গীতে মোক সৰু কালৰে পৰাই সাহিত্য আৰু সংগীত চেতনা গঠনত পথৰ নিৰ্দেশ দি আহিছে।

গুলজাৰৰ কবিতাৰ অসমীয়া সংকলন এটি অনুবাদ কৰি প্ৰকাশ কৰি উলিওৱাৰ পিচৰে পৰা মোৰ ইচ্ছা আছিল কেশৱ মহন্তৰ গীতৰ বিষয়ে কিতাপ এখন লেখাৰ। সাধাৰণভাবে মনো গীতৰ লগতে জড়িত। সৰুৰে পৰা তেখেতৰ গীত শুনিছোঁ, দুই এটা গাইছোঁ। তেতিয়াই মনলৈ আহিছিল এই গীতবোৰনো তেখেতে কেনেকৈ লিখে। গীত একোটি লেখাৰ বাবে তেখেতক কিহেনো বাধ্য কৰায়। এই কথাবোৰেৰেই তেখেতৰ বিষয়ে কিতাপ এখন লেখাৰ কথা ভাবি আছিলোঁ। এদিন তেখেতৰ ঘৰলৈ বুলি গৈ থাকোঁতে কিয় জানো মনত সোমাল তেখেতৰ গীতবোৰৰ নেপথ্যৰ কথা জানিবলৈ। এটি গীতৰ নেপথ্যৰ কথা সুধিলোঁ। তেখেতে ক'লে। সেই কাহিনী শুনাৰ পাচত ভাবিলোঁ তেখেতৰ গীতৰ নেপথ্য কাহিনী কিছুমানেৰে ভাবি থকা কিতাপখনৰ কাম আগবঢ়াও। প্ৰথমে তেখেতে নিজৰ জীৱনৰ কথা ক'বলৈ মান্তি হোৱা নাছিল। কাৰণ তেখেতে ভাবে যে তেখেতৰ জীৱন তেনেই সাধাৰণ, তাত অইনে পঢ়িব বা জানিব লগীয়া একো কথা নাই। সেই বাবেই তেখেতে আত্মজীৱনী লেখা নাই। আমাৰ কথা আছিল তেখেতৰ জীৱনৰ কথা নহয়, তেখেতৰ গীতবোৰৰ জীৱনৰ কথাহে লাগে। গীতবোৰৰ মাজত তেখেতৰ জীৱনৰ যিখিনি কথা আছে সেইখিনিহে লাগে। যিবোৰ গীত আমি ইমান দিনে বুকুৰ মাজত লৈ ফুৰিছোঁ সেই গীতবোৰৰ কথা জনাৰ অধিকাৰ আমাৰ নাইনে?

অৱশেষত তেখেত আমাৰ কথাত মান্তি হৈছিল আৰু কিছু নির্বাচিত গীতৰ জীৱনৰ কথা ক'বলৈ মান্তি হৈছিল। গীতবোৰ আমি কেনেদৰে বুজিছোঁ, অনুভব কৰিছোঁ সেই কথা, কিছুমান গীতৰ পিচ পিনে থকা কাহিনী, বিভিন্ন বিষয়ত তেখেতৰ অনুভব - এই আটাইবোৰৰ সংমিশ্রণেৰে এবছৰো অধিক কালৰ কষ্টৰ মূৰত এদিন এই কিতাপখন সম্পূর্ণ কৰি উলিওৱা হ'ল। এই কিতাপখনৰ বাবে কোনো আদর্শ বা আৰ্হি আমাৰ সন্মুখত নাছিল। অসমীয়া, ইংৰাজী, বাংলা আৰু হিন্দী ভাষাৰ যিখিনি কিতাপ দেখিছোঁ, তাৰ মাজত এনে ধৰণৰ কিতাপ দেখা নাই। নিজৰ মনলৈ কথাবোৰ যেনেদৰে আহিছে তেনেদৰেই কিতাপখনৰ দেহ নির্মাণ কৰিছোঁ। এই কিতাপখন আমাৰ সম্পূর্ণ পৰীক্ষামূলক প্রচেষ্টা। এই কিতাপখন গীতৰ সাহিত্য বিশ্লেষণ নহয়, এগৰাকী গীত ভালপোৱা সাহিত্যানুৰাগীয়ে গীতবোৰ পুণৰ অধ্যয়ণ কৰাৰ এটি প্রসায়হে মাত্র।

কেশৱ মহন্তৰ জীৱন বহু বাধাৰে পূর্ণ। এই কিতাপখনৰ প্রকাশৰ পথতো তেনেদৰে নানান বাধাই দেখা দিছিল। শেষত যেনিবা এই বাধাৰ অন্ত পৰিল আৰু কিতাপখন প্রকাশৰ বাবে সাজু হৈ উঠিল।

কিতাপখনৰ যোগে কোনোবা পাঠকে কেশৱ মহন্তৰ গীতক আকৌ এবাৰ পঢ়ি-চোৱাৰ আগ্রহ অনুভব কৰিলেই মোৰ কষ্ট সার্থক হোৱা বুলি ভাবিম।

মোৰ স্বামী উৎপল আৰু প্রকাশক সুৰেনদাৰ সহায়-সহযোগিতা অবিহনে কিতাপখনে প্রকাশৰ মুখ নেদেখিলেহেঁতেন।

**নম্রতা দত্ত**
গনেশগুৰি, গুৱাহাটী
ফোন ৯৮৬৪০-৯৪৮৮৭

# সূচীপাত

# আই আমাৰ কপালতে

'মই কেতিয়া প্ৰথম গীত লেখিলোঁ নিজে ক'ব নোৱাৰোঁ।' এনেদৰেই আৰম্ভ হয় গীতিকাৰ কেশৱ মহন্তৰ বিচিত্ৰ আৰু বৰ্ণময় জীৱনৰ আবেগপূৰ্ণ কাহিনী। তেওঁ দেউতাকক হেৰুৱাইছিল শৈশবতেই। বাৰ বছৰ বয়সত। তেওঁলোক আছিল চতিয়াত। দেউতাক ঢুকোৱাৰ পিচত তেওঁৰ জীৱনৰ একমাত্ৰ লক্ষ্য আছিল মেট্ৰিক পাছ কৰা। অভাবনীয় অৰ্থনৈতিক দুৰ্যোগৰ বাবে সেই সময়ত এই লক্ষ্য তেওঁৰ বাবে প্ৰায় দুঃসাধ্য আছিল। তেওঁ তেতিয়া সপ্তমমান শ্ৰেণীৰ ছাত্ৰ। তেতিয়াৰে পৰা তেওঁলোকৰ ঘৰখনক অৰ্থনৈতিক দুৰ্যোগে জুৰুলা কৰিছিল। ঘৰখনত মানুহ আছিল তিনিজন। মাক, ভায়েক ভুবন মহন্ত আৰু কেশৱ মহন্ত। দিন ইমানেই বেয়া পৰিছিল যে এই তিনিজন মানুহে কেতিয়াবা কেতিয়াবা ভাত দুমুঠি খোৱাৰ কথাও চিন্তা কৰিব লগাত পৰিছিল।

ইমান বিপদৰ মাজতো তেওঁৰ চিন্তা এটাই আছিল, সেয়া আছিল পোহৰৰ চিন্তা। তেওঁৰ মতে পোহৰ মানে শিল্প চিন্তা। জীৱনৰ প্ৰতিটো মুহূৰ্ততে তেওঁ যেন পোহৰকেই বিচাৰি ফুৰিছিল।

চতিয়া হাইস্কুলত চাকৰি কৰা সময়ত তেওঁ এখন সংগীতালেখ্য লেখিছিল, নাম আছিল 'আমি পোহৰ বিচাৰি যাওঁ'। সেই আলেখ্যখনৰ এটি গীত আছিল 'আই আমাৰ কপালতে'। সেই গীতটি পিচত ব্ৰজেন বৰুৱাই 'স্মৃতিৰ পৰশ' নামৰ ছবিখনত ব্যৱহাৰ কৰিছিল।

চিনেমাত এইটোৱেই তেওঁৰ প্ৰথম গীত।

কিন্তু প্ৰথম গীত বুলিলে তেওঁ 'হে কৰ্ণধাৰ মোৰ জীৱনত জ্বলোৱা জ্বলোৱা দীপ শিখা অৰ্নিবাৰ' গীতটিকহে আখ্যা দিব খোজে। শ্ৰোতাৰ মাজত ভালদৰে চিনাকি লাভ কৰা এইটোৱেই প্ৰথম গীত।

গীতটি লেখা হৈছিল ১৯৪৬ চনত। তেওঁ মেট্ৰিক পৰীক্ষা দিয়া বছৰটোৰ কথা। সেই সময়ত চতিয়া অঞ্চলৰ ল'ৰা ছোৱালী বিলাকে মেট্ৰিক পৰীক্ষাৰ পিচত থিয়েটাৰ, কালচাৰেল শ্ব' আদি কৰা প্ৰায় নিয়মৰ দৰেই আছিল। তেনে এটি শ্ব'ৰ বাবেই তেওঁ এই গীতটি ৰচনা কৰিছিল।

হে কৰ্ণধাৰ,
মোৰ জীৱনৰ জ্বলোৱা
জ্বলোৱা দীপশিখা অনিৰ্বাৰ
ধুই নিয়া মোৰ শংকা
মনৰ চকুলো ভীৰুতাৰ।।

ভৰি দিলোঁ মই যোৱাৰ বাটত
পোহৰৰ আশা লৈ
যাবৰ পৰত শংকা জাগিছে
জাগিছে সংশয়
দিয়া মোক সেয়ে বুকুৰ মাজত
পোহৰ পোৱাৰ মহান অংগীকাৰ।।

সন্মুখত সৌ বাধাৰ পাহাৰ
চাৰি কাষে এয়া নামিছে আন্ধাৰ
বুকু কঁপে থৰথৰ।।

মোক পোহৰ এধানি দিয়া
মোৰ জোৰ দেখুৱাই নিয়া
নাশ কৰি অন্ধকাৰ।।

নিজৰ অৰ্থনৈতিক দুৰ্যোগ, তাৰ মাজতো আগবাঢ়ি যোৱাৰ সপোন, এই কথাকে তেওঁ গীতটিৰ মাজেৰে প্ৰকাশ কৰিছে। কৰ্ণধাৰ বুলি তেওঁ সম্বোধন কৰিছে জীৱনৰ গুৰিয়ালক।

এই গীতটিত সুৰ কৰিছিল স্কুলত তেওঁতকৈ এক শ্ৰেণী তলত পঢ়া হেৰম্ব বৰাই।

বিহুগীত, লোকগীত, ভক্তিগীত, ভাওনা, কীৰ্তন, দশম এইবোৰৰ লগত তেওঁৰ আছিল আজন্ম সম্পৰ্ক। ধৰ্মীয় গীত-মাতবোৰে তেওঁক যেনেদৰে সন্মোহিত কৰে তেনেদৰে ঢোলৰ মাত শুনিলেও ৰ'ব নোৱৰা হয়। এই সুৰবোৰে তেওঁৰ মনত খকা-খুন্দা লগাই থাকে। আৰু আছিল পাৰ্বতি প্ৰসাদ, মুক্তিনাথ বৰদলৈ, আনন্দিৰাম দাস আদিৰ গীত। এই সকলোবোৰৰ মাজত ডাঙৰ হোৱা কেশৱ মহন্তই ক'ব নোৱৰাকৈয়ে একো একোটি গীতৰ কলি গুণগুণাইছিল আৰু এদিন লেখিবলৈ কলম তুলি লৈছিল। ক'ব নোৱাৰে কোনদিনা কেনেকৈ প্ৰথমবাৰৰ বাবে গীত লেখাৰ

কথা ভাবিছিল। কাৰণ গীত তেওঁৰ কলমলৈ আপোনাআপুনি আহিছিল। এতিয়া তেওঁ ভাবে 'সকলৰ পৰাই মোৰ যেন ধাৰণা আছিল যে মই যিটোকে ক'ব বিচাৰো গানৰ ভাষাৰে ক'লেহে যেন তাক ভালদৰে প্ৰকাশ কৰিব পাৰিম।'

চতিয়া - জামুগুৰিতেই আৰম্ভণি হলেও গুৱাহাটীৰ কটন কলেজ পোৱাৰ পিচতহে তেওঁৰ গীত ৰচনা সঠিক সংগী আৰু পৰিবেশৰ মাজেৰে আগবাঢ়ে।

তেওঁৰ এই গুৱাহাটী যাত্ৰাও আছিল বিপদ সংকুল। জীৱনৰ কোনো অংশকেই কেশৱ মহন্তই বিপদৰ স্পৰ্শ নোপোৱাকৈ পাৰ কৰিব পৰা নাই। 'সময় ঢৌৱে মোক য'তে পেলাই দিছে তাতে পৰি ৰৈছোঁ। সোঁতত পৰিলেও মই কিন্তু সাঁতুৰিবলৈ এৰা নাই। সোঁতে মোক পাৰত পেলাই দিলেও মই তাৰ পৰা উঠি পুনৰ আগবাঢ়িছোঁ। জীৱনটোত মই এৰি দিয়া নাই যুঁজি আছোঁ।'

কেশৱ মহন্তৰ প্ৰথম কলেজ যাত্ৰাটোও আছিল বিপদেৰে পূৰ্ণ। প্ৰথমে তেওঁ কটন কলেজলৈ বুলি যোৱা নাছিল। গৈছিল নগাঁৱৰ কলেজত পঢ়িবলৈ। তাৰো কাৰণ আছিল। বিয়াল্লিছৰ আন্দোলনত ভাগ লৈ কেশৱ মহন্ত কিছুদিনৰ বাবে জেলত আছিল। জেলতে লগ পাইছিল মতি বৰাকে আদি কৰি কেইবাজনো ডাঙৰ ডাঙৰ কংগ্ৰেছী নেতাক। তেওঁলোকে বীৰেন বৰকটকী, গোলোক ৰাজবংশী, পোৱাল বৰুৱা, কেশৱ মহন্তকে ধৰি চাৰিজনমান ল'ৰাক খুব ভাল পাইছিল। বীৰেন বৰকটকীয়ে তেতিয়া মেট্ৰিক পাছ কৰিছে, কেশৱ মহন্তই কৰা নাই, দশম মানত পঢ়িছে। জেলতেই এদিন মতি বৰাই কৈছিল 'তুমি এটা কাম কৰা, জেলৰ পৰা ওলোৱাৰ পিচতে আমি নগাঁৱত এখন কলেজ পাতিম, তোমাৰ নিচিনা ল'ৰা আমাৰ খুব দৰকাৰ, কংগ্ৰেছী ল'ৰা, তুমি আহিবা, আমি তোমাক সা-সুবিধা দিম।' সেই কথা অনুসৰিয়েই কেশৱ মহন্ত নগাঁও পাইছিলগৈ। দুৰ্বল অৰ্থনৈতিক অৱস্থাৰ মহন্তই ভাবিছিল যে জেলত দিয়া প্ৰতিশ্ৰুতিমতেই তেওঁ তাত কম খৰচতে পঢ়াৰ সুবিধা পাব। নগাঁৱলৈ আহিল। নাৱেৰে ব্ৰহ্মপুত্ৰ পাৰ হ'ব লাগে। নদীৰ মাজত নাও ডুবি গ'ল। চুটকেছ-টুটকেছ সকলো পানীত ডুবিল। নাৱতে মইমনচিঙিয়া মানুহ কেইটামান আছিল, সিহঁতে টানি টানি যি পাৰে পানীৰ পৰা তুলি দিলে। পানীত তিতি যোৱা দেহাৰে তিতি যোৱা বস্তু বাহানিবোৰ তুলি শিলঘাটৰ পৰা নগাঁৱমুখী বাছত উঠিল। তেওঁৰ চেহেৰা দেখা পাই কনডাক্টৰৰ কিবা মৰম লাগিছিল নেকি, বাছৰ ভাৰা নললে। এটা সময়ত তেওঁ নগাঁও পালেগৈ। ফৌজদাৰপট্টিতে চিনাকি মানুহ এঘৰ আছিল, তাতে সোমাল। মানুহজন নাৰায়ন মহন্ত, চৰকাৰী স্কুলৰ শিক্ষক আছিল। কেশৱ মহন্তৰ দূৰ সম্পৰ্কীয়। তেখেতৰ তাতে দুদিনমান থাকিল। তাৰপিচত কলেজত নামভৰ্তিৰ আশাৰে এদিন মতিৰাম বৰাৰ ওচৰলৈ গল। 'প্ৰথমে মোক

চিনি পোৱাই নাছিল। তাৰ পিচত চিনাকি দিয়াত ক'লে তোমাক কৈছিলোঁ হয়, কিন্তু আমি বৰ দুখেৰে কলেজখন পাতিছোঁ, নহ'ব আৰু, পইচা আদিৰে কাকো সহায় কৰিব নোৱাৰোঁ আৰু। তুমি আন ফালে চেষ্টা কৰা।'

তাৰপিচত টোপোলা-তাপলি বান্ধি কেশৱ মহন্ত আহি চতিয়া পালেহি। ভাগ্যই তেতিয়াও কিন্তু তেওঁৰ লগত ধেমালি কৰিবলৈ এৰা নাছিল। চতিয়াত তেওঁ বাচৰ পৰা নামিল। সেই সময়ত বাচ ৰখা ঠাই ডোখৰেই আছিল সৰু ঠাইখনৰ কেন্দ্ৰস্থল। তাতে সদায় থকাৰ দৰে কেইজনমানুহ আছিল। তাৰে এজনে কেশৱ মহন্তক দেখা পালে। পায়েই চিঞৰি উঠিল 'তোৰ কি হ'ল, কলেজলৈ এদমিছন ল'বলৈ যোৱা নাছিলি জানো?'

'গৈছিলোঁ, পিচে নহ'ল।'

তেওঁলোকে গোটেই কথাখিনি শুনিলে, ক'লে তই ঘৰলৈ যাব নালাগে, এতিয়াই গুৱাহাটীলৈ যা। সেই মানুহকেইজনে যাৰ জেপত যি আছিল তাকে তুলিলে, বত্ৰিছ টকা হ'ল, তাকে দিলে। দি ক'লে 'যা, তই গুৱাহাটীলৈকে যা'। কেশৱ মহন্ত যাবলৈ সাজু হ'ল। শেষ মুহূৰ্তত ভাবিলে ঘৰৰ ইমান ওচৰৰ পৰা আন এখন ঠাইলৈ যাব যেতিয়া মাকক এবাৰ দেখা কৰি যোৱাটো ভাল হ'ব। মাকক দেখা কৰিবলৈ গ'ল। হাতত থকা বত্ৰিছ টকাৰ পাঁচ টকা মাকক দিলে, বাকী সাতাইছ টকা লৈ গুৱাহাটীলৈ যাত্ৰা আৰম্ভ কৰিলে।

তেতিয়াও গুৱাহাটী কেশৱ মহন্তৰ কাৰণে অচিন ঠাই। ফাঁচীবজাৰৰ জাহাজঘাটত নামিল। সকলো অচিন ঠাই। কেনি যাব? কি কৰিব? তথাপি আক তাক সুধি বিজুলী চিনেমাৰ মুখে মুখে থকা চাহ দোকানত চাহ খালে। চাহ খাই উঠি ৰিক্সা এখন ললে, উজান বজাৰলৈ যাব।

উজান বজাৰ মানে জয়ন্তী নামৰ আলোচনীখনৰ অফিচ। তাতে বীৰেন বৰকটকীয়ে কাম কৰে। জয়ন্তীত কেশৱ মহন্তৰ গল্প এটা ওলাইছিল। নাম আছিল 'মৰাশৰ হাঁহি'। বীৰেন বৰকটকীয়ে কিবা সহায় কৰি দিব আৰু ছপা হোৱা গল্পটোৰে তেওঁ আনক পৰিচয় দিব এই আশাৰেই জয়ন্তীৰ অফিচলৈ আগবাঢ়িল। ৰিক্সাৱালাই জয়ন্তীৰ অফিচ চিনি নোপোৱাটোৱেই স্বাভাৱিক। মানুহক সুধি সুধি জয়ন্তীৰ অফিচ পালে। ৰিক্সাৰ পৰা নামিল, ভাৰা দিবলৈ জেপত হাত ভৰাই দেখে মানি বেগটো নাই। চাহ খাই দোকানত পইচা দিওঁতে চাগে বেগটো তাতে পেলাই থৈ আহিল। বীৰেণ বৰকটকীক পালে, তেওঁৰ পৰা আধলি এটা লৈ ৰিক্সাৱালাক দিলে, ৰিক্সাৱালাই দুআনি এটা ঘুৰাই দিলে। কেশৱ মহন্তই সেইটো জেপতে ভৰাই থলে, শূণ্য জেপৰ এচুক কিবা এটাৰে ভৰিল। বীৰেণ বৰকটকীয়ে তেওঁক গুৱাহাটী

আগমণৰ কাৰণ সুধিলে। তেওঁ ক'লে - কলেজত পঢ়িবলৈ।

ঃ এনেকে পঢ়িবলৈ আহে নেকি? ধুমুহাৰ দৰে?

ঃ এনেকৈয়ে আহিছোঁ আৰু জীৱনটো।

ঃ পঢ়িবা?

ঃ চেষ্টা কৰি চাওঁ।

জয়ন্তীৰ অফিচত সোমাই দেখে তাত ভবানন্দ দত্ত বহি আছে। তেওঁক কেশৱ মহন্তই আগৰে পৰা চিনি পায়। জয়ন্তীৰ অফিচতে কেশৱ মহন্তৰ নতুন জীৱন আৰম্ভ হ'ল।

ভবানন্দ দত্তই কেশৱ মহন্তৰ সকলো কাহিনী শুনি জ্যোতিপ্ৰসাদ আগৰৱালাৰ ভনীয়েকৰ ল'ৰা টি প্লেন্টাৰ তৰুণ আগৰৱালাৰ ওচৰলৈ যাবলৈ দিলে। তৰুণ আগৰৱালাই তেওঁৰ ছোৱালীৰ বাবে কেশৱ মহন্তক গৃহ শিক্ষক হিচাপে নিযুক্তি দিলে আৰু মাহে পঞ্চাছ টকাকৈ দিব বুলি ক'লে। পঞ্চাছ টকা তেতিয়াৰ দিনত বহু টকা। অকল সেয়াই নহয়, কলেজত নাম ভৰ্তি কৰিবলৈকো এশ টকা দিলে।

এডমিচন হৈ গ'ল, কলেজ আৰম্ভ হ'ল।

কলেজৰ টাৰ্মিনেল পৰীক্ষা হ'ব, তেওঁৰ কিতাপ নাই। কোনোমতে টানি টুনি যাঠী নম্বৰৰ উত্তৰ লেখিব পাৰিলে, বাকী চল্লিছ নম্বৰ নোৱাৰিলে। যিখিনি পাৰিলে তাকেই মন পুতি কৰিলে। কলেজত তেওঁৰ এজন বন্ধু আছিল, নাম উপেন শৰ্মা। চোকা ল'ৰা আছিল, পিচতগৈ ইঞ্জিনিয়াৰ হৈছিল। তেওঁক কেশৱ মহন্তই মাতিছিল ডাক্টৰ বুলি। তেওঁৰ পৰাই কেশৱ মহন্তই ৰবীন্দ্ৰ নাথৰ বিষয়ে বহু কথা শিকিছিল। ৰিজাল্টৰ সময়ত বাণীকান্ত কাকতিয়ে বহু নম্বৰ পোৱা বহী এখন দেখুৱাই কৈছিল 'দিছ ইজ দা পেপাৰ'। তেওঁ জনা নাছিল যে সেইখনেই তেওঁৰ বহী। তেওঁৰ মনত বিশ্বাস জন্মিছিল যে বাণীকান্ত কাকতিৰ হাততে যদি ইমান নম্বৰ উঠিছে তেনেহলেতো তেওঁ পাৰিব। পিচত তেওঁ অসমীয়াত অনাৰ্চ লৈছিল, কিন্তু এৰি দিব লগাতো পৰিছিল।

কেশৱ মহন্তৰ যিবোৰ ঘটনাই জীৱনটোক বিভিন্ন পথেৰে গতি কৰাই লৈ গৈছিল সেইবোৰৰ প্ৰত্যেকৰে নেপথ্যত একো একোটা ঘটনা আছিল। তেওঁৰ গীতৰ জীৱনৰ অন্যতম সংগী ব্ৰজেন বৰুৱাৰ লগত পৰিচয়ৰ আঁৰতো তেনেকুৱা ঘটনা এটাই আছিল। তেওঁ কটনত পঢ়া সময়ত ব্ৰজেন বৰুৱাৰ এটি দল আছিল, নাম হেলোজেন গ্ৰুপ। সেই দলৰ কাজকৰ্মৰ পিনে কেশৱ মহন্তই আগ্ৰহেৰে চাই ৰয়। কলেজত আৰু দেখা পায় অজিৎ বৰুৱা, সদা মৰল, যতীন দেব আদিক। অজিৎ

বৰুৱাই তেতিয়া খদ্দৰ পিন্ধে। তেওঁ ভাবে খুব ভাল ল'ৰা হ'ব এওঁলোক, এওঁলোকৰ ওচৰলৈ কেনেকৈ যাব। টাউনৰ চফিচটিকেটেদ ল'ৰা। অজিত বৰুৱাই কবিতা লেখে, ফাৰ্ষ্ট হয়। কেশৱ মহন্ত দ্বিতীয় হয়। লাহে লাহে তেওঁৰ সেই সংকোচ ভাব কাটিবলৈ ধৰিলে। এবাৰ বোম্বেত ছাত্ৰ ফেদাৰেচনৰ মিটিং। তাঁলৈকে কটন কলেজৰ ছাত্ৰ যাব। সেই ফেদাৰেচনৰ সভাত পৰিবেশন কৰিব পৰাকৈ তেওঁ আলেখ্য এখন লেখি দিলে। তাৰে এটা গান সুৰ কৰি দিলে ব্ৰজেন বৰুৱাই। তেনেকে চিনাকি হ'ল ব্ৰজেন বৰুৱাৰ লগত। অকল চিনাকিয়েই নহয়, ঘনিষ্ঠও হৈ পৰিল।

অজিৎ বৰুৱাৰ লগতো ঘনিষ্ঠতা হ'ল। সেই সময়ত অজিৎ বৰুৱাই গীত লেখে। 'আকাশৰ পাৰ ভাগি নামে জোনাকৰ ঢল' - এইবোৰৰ দৰে বিখ্যাত গান তেতিয়াই লেখা। গীতবোৰ সুৰ কৰিছিল ব্ৰজেন বৰুৱাই। ব্ৰজেন বৰুৱাই নিজে লেখিছিল 'আজি বৰষা ৰাতি'। সেই সময়তে অজিৎ বৰুৱাই সাম্প্ৰদায়িক সংঘৰ্ষক কেন্দ্ৰ কৰি লেখিছিল 'হিন্দু মুছলমান ৰৈ যায় তোৰ বিজয় ৰথ ৰৈ যায় ৰৈ যায়'। এই গীতটোৰো সুৰ আছিল ব্ৰজেন বৰুৱাৰ। সেইবিলাক গীতৰ কথা আৰু সুৰে কেশৱ মহন্তক আপ্লুত কৰিছিল। এই গান কবিতা আদিৰ চৰ্চা কৰা দলটো কেশৱ মহন্তৰ ভাল লাগিল, বন্ধুত্ব-গাঢ় হ'ল। আৰু তাৰ পিচত 'এনেকুৱা হ'লগৈ যে ব্ৰজেনে মোৰ গানৰ বাহিৰে আনৰ গানত সুৰেই দিব নোৱৰা হ'ল।'

কটনত পঢ়া হ'ল কিন্তু বি.এ পৰীক্ষা দিয়া নহ'ল। পঢ়ি থকা কালতে তেওঁ 'নতুন অসম' নামৰ কাকত এখনৰ সৰু - সুৰা কাম কৰিছিল। কাকতখন উলিয়াইছিল দধি মহন্তই। কমিউনিজমৰ প্ৰতি কবি তেতিয়াই আগ্ৰহী হৈ পৰিছিল আৰু সেই আগ্ৰহৰ বাবেই তেওঁ অ'ভাৰ গ্ৰাউন্দ কাম-কাজৰ লগত জড়িত হৈ পৰিছিল। জেলত আছিল তিনি বছৰ, আঠচল্লিছ চনৰ পৰা একাৱন্নৰ শেষলৈকে। তাৰ পিচত তেওঁ বীৰেন বৰকটকীৰ সহায়ত স্কুলত শিক্ষকৰ চাকৰিত প্ৰবেশ কৰি নতুন জীৱন আৰম্ভ কৰিলে।

এই বিলাক ঘটনা একো পৰিকল্পিত নহয়, কিবা কৰোতে কিবা হৈ যায়। আজি জীৱনৰ বিয়লি বেলা অতীত ৰোমন্থন কৰিলে তেওঁ দেখা পায় যে জীৱনৰ প্ৰতিটো কথাতেই, যাত্ৰা আৰম্ভ কৰিলে কিবা এটা বিপদৰ মুখামুখি হ'বই। তেওঁ ভাবে বিপদৰ ওপৰত বহিব লাগে, বিপদকহে চলাব লাগে, বিপদক চলাব দিব নালাগে। 'এই বস্তুটোৱেই মোৰ গোটেই জীৱনটো গাইদ কৰিছে। সেই কাৰণে মই একেটা গানকেই লেখি থকা যেন লাগে।'

# মোৰ যে কিমান হেঁপাহ

মোৰ যে কিমান হেঁপাহ
মোৰ শব্দৰ ধমনীত বোৱাওঁ বুলি
তোমাৰ তেজৰ প্ৰবাহ
মোৰ যে কিমান হেঁপাহ।।

মোৰ এই অক্ষম হৃদয়
তোমাৰ তেজৰ শব্দ বিচাৰি
যি পাওঁ
সি যে মাথোঁ অপচয়
কোন গভীৰত তোমাৰ তেজৰ সাহ।।

মই শব্দ পাতি যাওঁ
তোমাৰ তেজৰ ঢলে
ভাঙি উটুৱাই নিয়ে
তথাপি তোমাৰ তেজৰ পলসে
মোৰ শব্দ জীপ দিয়ে
তোমাৰ তেজতে যাওঁ যেন মই জাহ।।

বহু কথা কোৱাৰ ইচ্ছা তেওঁৰ, কিন্তু আচল কথাটি যেন ক'ব পৰা নাই। সকলো সময়তে তেওঁৰ মনৰ ভিতৰত এটা উৎপাত লাগি থাকে। 'লিখিলোঁ হয়, কিন্তু কি লিখিলোঁ? আৰু এতিয়াওতো লেখিব লগীয়া থাকিল বহু কথা। এতিয়াচোন মৰিবৰে হ'ল। তথাপিতো এনে লাগে মই যেন লেখিব নোৱাৰিলোঁ।' গীতিকাৰ সমাজৰ মানুহ। তেওঁৰ ব্যক্তিগত সুখ দুখ জীৱনৰ সংগ্ৰাম এই সকলোবোৰ ক'বলৈ যেন তেওঁৰ বৰ হেঁপাহ। এই হেঁপাহকেই যেন তেওঁ গীতটিৰ মাজেৰে ক'বলৈ বিচাৰিছে। কবিয়ে ভাবে তেওঁৰ হৃদয় অক্ষম, সঠিক শব্দ বিচাৰিবলৈ অক্ষম। তেওঁ শব্দ বিচাৰি আনে কিন্তু সঠিক শব্দ বিচাৰিবলৈ যেন অক্ষম। ঠিক শব্দ যেন নিদিলে। আৰু হেঁপাহ আছে সঠিক শব্দ বিচৰাৰ হেঁপাহ। তেওঁ মানুহৰ কথা ক'বলৈ বিচাৰে, কিন্তু

যেন ক'ব নোৱাৰিলে। তেওঁ ভাবে মানুহক তেওঁ এতিয়াও সম্পূর্ণ নিজৰ কৰি ল'ব পৰা নাই। এই দুখে কবিক ব্যথিত কৰি তোলে। মানুহৰ জীৱনৰ গতি, মানুহৰ হাঁহি কান্দোন, গভীৰ উপলব্ধি এইবোৰ কথা যদি তেওঁ নিজৰ কৰি ল'ব পাৰিলেহেঁতেন তেতিয়াহ'লে হয়তো তেওঁ দেশৰ অৱস্থাকে সলনি কৰি দিব পাৰিলেহেঁতেন। অসমৰ বিভিন্ন জনগোষ্ঠীৰ ভাষা তেওঁ জানিলে, অইন নহলেও বড়ো জনগোষ্ঠীৰ ভাষাটোও জানিলে সেই জনগোষ্ঠীটোৰ বহু কথাই তেওঁ জানিব পাৰিলেহেঁতেন বুলি বিশ্বাস কৰে। এই ভাষাৰ ব্যৱধানৰ বাবেই জনগোষ্ঠীয় ভাই সকলৰ লগত তেওঁৰ হৃদয়ৰ যোগাযোগ সঠিক ভাবে হোৱা নাই বুলিও তেওঁৰ আক্ষেপ। এই যোগাযোগ কৰিব পৰা হ'লে মানুহৰ শিৰাত প্ৰবহমান হৈ থকা তেজ নিজৰ ধমনীত বোৱাই দিব পাৰিলেহেঁতেন। এই অক্ষমতাৰ প্ৰকাশেই এই গীতটি।

কোনোবাই যদি কয় যে এইটো প্ৰেমৰ গীত, তথাপিতো তেওঁৰ আপত্তি নাই। 'প্ৰেমৰ কাৰণেইতো লেখিছোঁ।'

# কলৰে পাততে কাউৰী পৰে

এইটো গীত খগেন মহন্তৰ কণ্ঠেৰে বিখ্যাত। গীতটিয়ে আজিৰ এই ৰূপটো পোৱাৰ কাহিনী বস্তুত, কবিৰ মতে সেইবোৰ গীতটিৰ ইতিহাস।

গীতটি ১৯৫৪ চনত লেখা। গীতটি লেখা হৈছিল মণি বৰাৰ প্ৰেৰণাত। ঠিক প্ৰেৰণা নহয়, তাগিদাত। গণনাট্য সংঘৰ কৰ্মী মণি বৰা হ'ল বিখ্যাত গল্পকাৰ মহীচন্দ্ৰ বৰাৰ পুত্ৰ। সেই সময়ত মণি বৰা আছিল যোৰ পুখুৰী পাৰৰ লক্ষ্মী দাসৰ ঘৰত, ভাড়াত।

এদিন কবিয়ে কৰ'বালৈ বুলি খোজ দিছে, এনেতে পিচপিনৰ পৰা মণি বৰাই চিঞৰিলে - এই কেশৱদা।

ঃ অ' তুমি? কি হ'ল?

ঃ গান এটা লাগে। তুৰন্ত। - মণি বৰাই তেনেকৈয়ে কথা কৈছিল।

ঃ গান লাগে বুলিলেই লেখিব পাৰিনে?

ঃ পাৰি। আপুনি পাৰিব। গ' এন্ড ৰাইট।

কেশৱ মহন্ত ঘুৰি আহি ঘৰ সোমাল। ভাবিলে কি থিমৰ ওপৰত গান লেখা যায়। তেওঁৰ মনত পৰিল যোগেশ দাসে কোৱা কথা এটি। যোগেশ দাসে তেওঁক কেৰাণীৰ জীৱনক লৈ গান লেখাৰ কথা কৈছিল। সেই গানটি তেওঁৰ লেখা হোৱা নাছিল। কাৰণ কেৰাণীৰ জীৱনৰ লগত তেওঁৰ নিবিড় পৰিচয় নাছিল। ভাবিলে পিয়নৰ জীৱনক লৈ গান এটা লেখিব পাৰি। পিয়নৰ জীৱনৰ লগত তেওঁৰ পৰিচয় আছে। সদায় চিঠিপত্ৰ লৈ অহা পিয়নটোক তেওঁ ভালদৰে চিনি পায়, তাৰ সুখ দুখৰ কথাৰ লগত তেওঁৰ পৰিচয় আছে। পিয়নটোৰ কথা ভাবোতে ভাবোতে পিয়নজনৰ জীৱনটোক নিজৰ জীৱনৰ দৰেই লাগি গ'ল। তাৰ পিচতই তেওঁৰ কলমেৰে ওলাই আহিল এই গীতটি।

কাউৰী পৰে
কলৰে পাততে কাউৰী পৰে
আগলতি চিত মোৰ লৰে চৰে

ডুম ডুম ডবাতে কোনে কোব মাৰে
আহাৰৰ ডাৱৰৰ আঁৰে আঁৰে
জেউতি অ'
তোলৈ মোৰ মনত পৰে।।

পাখিত লগাই পাখি
জাকি মাৰি উৰে বগ
জাকি মাৰি উৰে
উৰণীয়া মন মোৰ বান্ধিব নোৱাৰোঁ
জেউতি তোৰ কাষলে উৰা মাৰে।।

পথাৰত যদিহে উঠিছে ঢল
হেৰুৱাই নিদিবি মনৰে বল
ৰাইজে বান্ধিব ওখকৈ ভেটা
ঢলে এৰি যাব পলসৰ এঠা
বাৰিষা আহিছে ধাৰাষাৰে
মৈ দিয়া বোকাই মোৰ মন কাঢ়ে।।

চকুৰে নেদেখা দূৰণিতে
আছোঁহি পিয়নৰ চাকৰিতে
কোমল ধানৰ কঠিয়া পৰালি নে নাই
বকুল বৰাৰ জোছ ললি নে নাই
মন মোৰ উচপিচ কৰে।।

চিঠিৰ বোজা মই পিঠিত বান্ধি লৈ
পৰৰ চেনেহ কঢ়িয়াওঁ
মোৰহে চেনেহীয়ে কিনো ভাবিছে
তাৰ একো গমকে নেপাওঁ
যোৱাবেলি আঘোণতে জেউতিৰে কোলাতে
এৰি অহা পোনাটিৰ
আজি থুনুক থানাক মাতটি
ঘুনুক ঘানাক উটি আহে
দেউতা বেগতে আহিবি

আহোতে জুনুকা আনিবি
অবুজ চকুলো মোৰ সৰে সৰে।।

জেউতি অ'
পোণাটি অ'
কুশলে আছনে চাগে।।

আমাৰ সমাজত প্ৰচলিত এটি বিশ্বাস হ'ল কলৰ পাতত কাউৰী পৰিলে মংগল বাতৰি আহে। পিয়নৰ ঘৈণীয়েকে কলৰ পাতত কাউৰী পৰা দেখি ভাবিব পাৰে দূৰৈত পিয়নৰ চাকৰি কৰা মানুহটোৰ কিবা খবৰ আহিব পাৰে।

মণি বৰাই গীতটিত সুৰ দিলে। সুৰটি শুনি তেওঁৰ ভালেই লাগিল। তাৰ পিচত এদিন মণি বৰা চাকৰিৰ বদলিৰ সূত্ৰে কৰবালৈ গুচি গ'ল, গীতটোৰ সুৰটিও তেওঁৰ লগতে গ'লগৈ। গীতিকাৰে সুৰটি ৰাখি থ'ব নোৱাৰিলে। কাৰণ তেওঁৰ কণ্ঠত সুৰ নাই। গীতটি লেখা ভাগেই থাকিল।

তাৰ কিছু দিন পিচত শোৱালকুছিৰ নাৰায়ণ দাস নামৰ মানুহ এজন কেশৱ মহন্তৰ ওচৰলৈ আহিল। দাস আছিল গণনাট্য সংঘৰ কৰ্মী, গায়ক। আকাশবাণী গুৱাহাটীত গান গায়। তেওঁ আহি কেশৱ মহন্তক গীত এটি খুজিলে। তেওঁ সেই গীতটিকে উলিয়াই দিলে। নাৰায়ণ দাসে গীতটিত সুৰ দিলে আৰু ৰেদিঅ'ত গাবলৈ বুলি গ'ল। কিন্তু আকাশবাণীৰ কৰ্মকৰ্তাই সেই গীতটি গাব নিদিয়ে। কাৰণ?

কাৰণ কেশৱ মহন্তক সেই সময়ত কমিউনিষ্ট বুলি ভাবিছিল, কি লেখে ঠিক নাই। নাৰায়ণ দাস উভতি আহিল। আহি কথাটো ক'লে। শুনি খঙতেই কেশৱ মহন্ত আকাশবাণীৰ কাৰ্যালয় পালেগৈ। তাত কৰ্মকৰ্তা সকলৰ লগত উত্তপ্ত কথা-বতৰা হ'ল। 'মোৰ এইটো গীত যদি গাব নিদিয়ে তেন্তে ৰেদিঅ'ত মোৰ গীত বজাবই নালাগে।' এই কথাই কাম দিলে।

গীতটো ৰেদিঅ'ত প্ৰচাৰ হ'ল। মানুহে গীতটো শুনিলে, ভালো পালে, কিন্তু খুব জনপ্ৰিয় নহ'ল।

ৰুদ্ৰ বৰুৱা নিজে এজন ভাল গীতিকাৰ আছিল যদিও তেওঁ কেশৱ মহন্তৰ গীতৰ প্ৰতি বিশেষ ধৰণে আগ্ৰহী আছিল। সেই সময়ত তেওঁ কেশৱ মহন্তৰ 'মোৰ মন পথাৰৰ লহপহীয়া বাওধানবোৰ' বা 'মৰাসুঁতিৰ বুকুত উঠিল বাণ' আদি গীতবোৰ সুৰ কৰিছিল আৰু খগেন মহন্তৰ হতুৱাই গোৱাইছিল। খগেন মহন্ত তেতিয়া কলেজৰ ছাত্ৰ, চিলঙৰ ছেন্ট এন্ডমান্স কলেজত পঢ়ে। ৰুদ্ৰ বৰুৱাইও চিলঙতে চাকৰি কৰে। গীতটো গৈ এইবাৰ ৰুদ্ৰ বৰুৱাৰ হাতত পৰিল।

তাৰ কিছুদিন পিচৰ কথা।

পাণ বজাৰত সেই সময়ত পায়'নিয়াৰ বুক ডিপো নামৰ দোকান এখন আছিল। গৌৰী শংকৰ ভট্টাচাৰ্যৰ ভায়েকৰ দোকান। তালৈ ভবানন্দ দত্ত, হেমাংগ বিশ্বাস, হেমন্ত গাংগুলী, অমিত সৰকাৰ আদিৰ দৰে লোক সকল যায়, বহে। কেশৱ মহন্তও যায়। এদিন কেশৱ মহন্ত তাৰ পৰা ওলাই আহিছে, তেনেতে এজন বঙালী ভদ্ৰলোকে এজনক কোৱা শুনিলে -'আজকে কটন কলেজে না একটা ছেলে, এডমাঙ্গে পৰে, কি একটা গান কৰলো না, কাউৰী পৰে..'। কেশৱ মহন্তই ওচৰ চাপি গৈ ল'ৰাজনৰ নামটি সুধিলে। হয় ভবা জনেই হয়। খগেন মহন্ত।

সেয়াই গীতটিৰ প্ৰথম সাফল্য। পিচত খগেন মহন্তই গীতটি ৰেদিঅ'ত গালে, গ্ৰামোফোন ৰেকৰ্ড কৰিলে। গীতটি আজিও সমানেই জনপ্ৰিয়।

প্ৰতিজন গীতিকাৰৰে প্ৰতিটো গানৰে একোটা নিজস্ব সুৰ থাকে। কিন্তু সেই সুৰ সকলো সময়ত গাব পৰা সুৰ নহবও পাৰে। কাৰণ সুৰ এটিৰ কাৰিকৰী কথা কিছু থাকে যিখিনিৰ বাবে এজন দক্ষ সুৰকাৰৰ প্ৰয়োজন। খুব কম গীতিকাৰহে এই দুয়োটি গুণৰ অধিকাৰী হয়।

কেশৱ মহন্তইও নিজৰ গীতবোৰক সুৰৰে সজীৱ কৰি তোলাৰ কাৰণে এজন শিল্পীৰ সন্ধানত আছিল আৰু সৌভাগ্যবশতঃ এজন শিল্পীৰ গাতেই সুৰ কণ্ঠ দুয়োটাকে একেলগে বিচাৰি পাইছিল। তেওঁ আন কোনো নহয়, তেওঁ খগেন মহন্ত। খগেন মহন্ত সৰ্ম্পকে গীতিকাৰে কয় 'তাৰ সুৰৰ কথা মই নকওঁ, কিন্তু যিখিনি কথা থাকে তাক ৰাইজৰ আগত এনেকৈ বাখ্যা কৰি সুমুৱাই দিব পাৰে যে ৰাইজে গোটেই কথাখিনি মনলৈ লৈ যায়। কেৱল সুৰটোৱেই নহয়, যাৰ ফলত মোৰ গীতবোৰ কিতাপৰ পাতৰ পৰা ৰাইজৰ বুকুত সোমাই গ'ল। মই তাৰ কাৰণে তাৰ ওচৰত ঋণী। মিটিঙত সি যেতিয়া গীতবোৰ গায় নিজৰ গান যেন পায়। সেই কাৰণে গীতটোৰ বাখ্যা কৰি দিয়ে। সুৰ হয়তো তাতকৈ আৰু ভাল হ'ব পাৰিলেহেঁতেন, কিন্তু গানটো মানুহৰ মাজলৈ লৈ যোৱা, তাক দৰদ দি পেলাই সুৰৰ মাজেৰে গাই ডাঙৰ কাম কৰিলে।' সঁচাকৈয়ে গীতিকাৰৰ গীতবোৰ ৰাইজৰ বুকুত নোসোমালে গীতবোৰ নিশ্চয় কবিতাৰ দৰেই হৈ থাকিলেহেঁতেন।

# সিপাৰত তুমি কল্পনা মোৰ

সিপাৰত তুমি কল্পনা মোৰ
ইপাৰত মই জীৱন যুঁজত
ক্লান্ত বাটৰুৱা।।

যুগ যুগ এটা জীৱন ৰথ
ভাগৰি ভাগৰি চলিছে
কতবাৰ সোণ উঠিব খোজোঁতে
বাগৰি বাগৰি পৰিছে
তুমি জানো মোৰ কল্পনা তাৰ
এধানিও গম পোৱা।।

তোমাৰ নীলিম বেদনা আৱৰি
পুৱাৰ হেঙুলে হাঁহিছে
মোৰ জীৱনৰ ৰঙাখিনি হায়
কালৰ ডাৱৰে ঢাকিছে
পৰিহাস মাথোঁ ইতিহাস মোৰ
পাত লুটিয়াই চোৱা।।

আশা উটি যায়
আশা আজি মাথোঁ ছলনা
অকলে চলাওঁ জীৱনৰ ৰথ
সুদূৰত তুমি কল্পনা
মোৰ আকাশৰ ধ্ৰুবতৰা তুমি
বাট দেখুৱাই যোৱা।।

দেশ স্বাধীন হোৱাৰ পিচতো কেশৱ মহন্ত এবাৰ জেললৈ গৈছিল। জেলৰ পৰা ওলাইছিল উনৈছ শ একাৱন্ন চনত। তাৰ পিচত বাৱন্ন চনৰ পৰা স্কুলত শিক্ষকতাৰ কামত সোমাল। তিনি বছৰ শিক্ষক হৈ থকাৰ পিচত বি.এ পৰীক্ষাৰ বাবে সাজু

হৈ নন-কলেজিয়েট টিচাৰ হিচাপে ফৰ্ম ফিল আপ কৰিলে। পৰীক্ষাৰ দিন পালেহি, কিন্তু এডমিট কাৰ্ড নাই।

অফিচলৈ গৈ খবৰ কৰিলে, নাই ফৰ্মখনেই নাই। কি কৰে? ইন্সপেক্টৰ অব কলেজেছ গোপাল শৰ্মা বৰুৱাক লগ ধৰাটোকে ভাল হ'ব বুলি ঠিক কৰিলে। তেতিয়া ইন্সপেক্টৰ অব কলেজৰ অফিচ আছিল যোৰহাটত।

ৰাতিৰ ৰেলত উঠি কেশৱ মহন্ত যোৰহাট পালেগৈ। তেওঁ কটন কলেজত পঢ়া সময়ত শৰ্মা বৰুৱা কটনৰে দৰ্শন বিভাগৰ অধ্যাপক আছিল। কেশৱ মহন্তক দেখা পায়েই তেওঁ চিনি পালে, কি কথা সুধিলে। সকলো কথা শুনি কাগজ এখন অফিচলৈকে লেখি দিলে - এডমিট কাৰ্ডখন ইছু কৰিব লাগে। আহি বিশ্ববিদ্যালয়ৰ অফিচ পালে। তাত বিষ্ণু শৰ্মা নামৰ মানুহ এজন আছিল, তেওঁ এই কাগজখনক গুৰুত্বই নিদিয়ে। শেষত কাগজখনত লেখি দিলে যে বহু পলম হোৱা বাবে অনুৰোধ ৰক্ষা কৰিব নোৱাৰি।

সেইবাৰ তেওঁ গ'ল বিশ্ববিদ্যালয়ৰ ৰেজিষ্টাৰ ফণী দত্তৰ ওচৰলৈ। কাগজ পত্ৰবোৰ চাই ফণী দত্ত সন্তুষ্ট নহ'ল। ক'লে - নিদিও, ভগবান আহিলেও তোমাক পৰীক্ষা দিব নিদিওঁ।

- সেইবাৰ পৰীক্ষা দিয়া নহ'ল। পিচৰ বাৰহে পৰীক্ষা দি বি.এ ডিগ্ৰি ল'ব পাৰিলে। বি.এ পৰীক্ষা দিয়া কল্পনা, তাৰ বাস্তৱ দিশটো এইবোৰে কবিৰ মনত সৃষ্টি কৰা ভাবৰ পৰাই এই গীতটিৰ জন্ম। গীতটিত কল্পনা শব্দটি আছে কাৰণেই বহুতে গীতটি কোনোবা প্ৰেমিকাৰ কল্পনাত লেখা গীত বুলি ভাবে। কবিয়ে কেতিয়াও নিজে ভবা বাটেৰে খোজ পেলাব পৰা নাই। জীৱনৰ বাট ভবাৰ দৰে পোন নহয়। সকলোতে কিবা নহয় কিবা বাধা আহি পৰে।

'সময়ৰ ঢৌৱে য'তে পেলাইছে মই তাতে পৰি ৰৈছোঁ। কিন্তু মই সোঁতত পৰিলেও মই সাঁতুৰিবলৈ এৰা নাই। পাৰত পেলাই দিলেও তাৰ পৰা মই আকৌ উঠি পেলাই যাব খুজিছোঁ।

# আকৌ এবাৰ লগ পাওঁ যদি

কবিৰ বাবে প্ৰেম এটা গভীৰ উপলব্ধি। সি মানুহক আৰু গভীৰ কৰে, বাধা ভাঙি যাবলৈ প্ৰেৰণা যোগায়। কবিৰ প্ৰতিটো প্ৰেমৰ গীতেই বাধা ভাঙি আগবাঢ়ি যোৱাৰ গীত। হয় সামাজিক বাধা নহয় মানসিক বাধা। সেই বাধাৰ বিৰুদ্ধেই তেওঁৰ প্ৰেমৰ গীত।

কিয় চকুৰে চকুৰে চালা
চাই কিবা জানো বুজি পালা
মই নেদেখা নুশুনা ল'ৰা
দিহিঙে দিপাঙে ফুৰা।।

মোক যি দেখিলা তুমি
ভিতৰখন নেচাবা জুমি
যোৱা বহাগৰে পৰা
মোৰ মন তোমাৰে ভৰা।।

মই জ্বলোঁ উমি উমি
মোৰ নিজক লাগে তুমি তুমি
তুমি যে দূৰণিৰ তৰা
নেপাওঁ মই নামনিৰ পৰা।।

এই গীতটি বহাগ বিহুৰ সময়ত লেখা। আমাৰ সকলোৰে মনত এক ধৰণৰ ধাৰণা আছে যে বিহুৰ সময়ত ডেকা গাভৰুৰ মাজত এক ধৰণৰ অদ্ভুত প্ৰেমৰ আকৰ্ষণ হয়। সেই প্ৰেমৰ প্ৰথম প্ৰকাশ চাৰি চকুৰ মিলন। এই প্ৰেমানুভূতিকেই এই গীতত প্ৰকাশ কৰা হৈছে।

এই গীতটিৰ এটি পংক্তি এনে ধৰণৰ - মোক যে দেখিলা তুমি, ভিতৰখন নেচাবা জুমি - নাচাবা মানে কথাটি বেঁকা অৰ্থত কোৱা। অৰ্থাৎ চোৱা (কবিৰ এটা কবিতাত আছে -'যা বুলি মৰা খিল খিল হাঁহি' ইয়াত যা মানে আহ)। কাৰণ যোৱা বহাগৰে পৰা মনটো 'তোমাৰে ভৰা'। মই উমি উমি জ্বলোঁ, নিজকে তুমি

তুমি লাগে অৰ্থাৎ মই তোমাৰ সতে একাত্ম হৈ গৈছোঁ।

কিন্তু বাধা নোহোৱাকৈ কেশৱ মহন্তৰ প্ৰেমৰ গীত সম্পূৰ্ণ নহয়। সেয়ে এই গীততো 'তুমি যে দূৰণিৰ তৰা নেপাওঁ মই নামনিৰ পৰা'।

ইমান দিন ডেকা গাভৰু হালে চকুৱে চকুৱে চালে। তেওঁলোকৰ প্ৰেম চকুৰ পৰা গৈ অন্তৰৰ গভীৰত সোমাল। এজন আনজনৰ লগত মানসিক ভাবে মিলি গ'ল। এই মানসিক মিলনেই কবিৰ আকাংক্ষিত প্ৰেম।

চিত্ৰলেখা, তোমাৰ তন্দ্ৰা ভাঙা
চিত্ত আজি মোৰ উন্মনা
ৰুদ্ধ উষাৰ কাৰা স্বপ্ন ৰঙা
চিত্ৰলেখা তুমি নৃত্য আনা।।

কত আশা ফুলি জৰি জৰি সৰে
শেৱালি নিশাৰ এই সাধনা
পাখি ছিগি হায় মন পখী পৰে
উৰি আহা ক্লান্ত কামনা
আঁহা আহা তুমি অনন্যা।।

পুৱতিৰ ৰাগি ভৰা প্ৰণয়ৰে ৰথ
জানো জানো আছে বহু যোজনৰে পথ।
কত ঢৌ উঠি সাগৰ কপায়
কত জোৱাৰৰ যন্ত্ৰণা
নাও মেলি তাতো নাবিকে পূৰায়
কুলৰে আকুল বাসনা
আনা তুমি মধু পূৰ্ণিমা।।

শিল্পী কোন? এই প্ৰশ্নৰ উত্তৰ সন্ধানেই এই গীতটি।

শিল্পীয়ে কেৱল নিজৰ জীৱন কথা নাভাবে, তেওঁ ভাবে সমগ্ৰ মানুহৰ কথা। শিল্পীয়ে মানুহৰ মাজত সংযোগ ঘটাই দিয়ে।

দুজন মানুহৰ এজনে আনজনক ভাল পায়, কিন্তু মিলনত বাধা আছে, সেই বাধা অতিক্ৰম কৰিবলৈ শিল্পীয়ে সাহস যোগায়। প্ৰেমত আৱদ্ধ কিন্তু মিলনৰ পৰা দূৰৈত ৰৈ যোৱা উষা - অনিৰুদ্ধক চিত্ৰলেখাই লগ লগাই দিছিল। সেই বাবেই চিত্ৰলেখা শিল্পী।

এই শিল্পী চিত্ৰলেখাই কবিৰ বিভিন্ন গীত বা কবিতাত ভুমুকি মাৰিছে। প্ৰেমত বাধা পাই পাই মানুহ খহি পৰে। সেই বাধা আঁতৰ কৰিবলৈ চিত্ৰলেখাৰ আগমণ ঘটিব লাগে।

শিল পাই জঁপিয়াই পাহাৰী নিজৰাই
থল পাই দলৈ বয়
মন পাই মলিয়ায় ছন পৰা হাঁহি
চিত পাই পখিলা হয়।।

মেঘ পাই বৰষে বৰতীয়া পানী
ছেগ পাই কোমলে মাটি
লগ পাই বগলী উৰে যোৰে যোৰে
উৰুঙা আকাশখন ছাটি।
চকু পাই চকুলৈ চাব নোৱাৰিলোঁ
কিনো অচহুৱা ভয়।।

মন উৰি ফুৰে দিহিঙে দিপাঙে
বহাগৰ শিমলু তুলা
ফু মাৰি নিদিবা গালৈ ঘুৰি আহে
গা পাই বিচাৰে কোলা
মনৰ চাৰি কাষে গড় নামাৰিবা
মন বনজুই হয়।।

মানুহৰ মনবোৰ শুই থকাদি থাকে। মনে বিচৰা বিশেষ মনৰ সন্ধান পালেহে সি সাৰ পাই উঠে। অৰ্থাৎ মন যেন ফুলৰ কলি, বিচৰা মনৰ সন্ধান পালেহে তাৰ দেহলৈ জীৱন আহে, সি মলিয়ায়, মানে ফুল ধৰে। প্ৰেমৰ জগতত যি আশাৰ কথা থাকে সেই আশাবাদেই কবিক বাৰে বাৰে উদ্বুদ্ধ কৰি আহিছে। গীতটিৰ এটি পংক্তি এনে ধৰণৰ - 'মেঘ পাই বৰষে বৰতীয়া পানী, চেগ পাই কোমলে মাটি।' কবিৰ কল্পনাত পানী বহু দিন ব্ৰতত আছিল। আহাৰ নোখোৱা ব্ৰত। সেয়ে বৰতীয়া পানী। মেঘক পোৱাৰ পিচত এই পানীয়ে বৰষিছে। এই কথাৰ আঁৰত লুকাই থকা ছবিখন হৈছে কোনোবাই কল্পনা কৰি থকাটো এনেয়ে বাস্তব হোৱা নাই, কোনোবা এজন আহিহে সেই কল্পনা বাস্তৱ ৰূপ দিছে।

'মন উৰি ফুৰে দিহিঙে দিপাঙে বহাগৰ শিমলু তুলা, ফু মাৰি নিদিবা গালৈ ঘুৰি আহে, গা পাই বিচাৰে কোলা।' প্ৰেমৰ শক্তিক বাধা দিব নোৱাৰি। ইয়াক

যিপিনেৰে বাধা দিয়া হয় সি সেই পিনেই বাধা ভাঙি ওলাই যাব। ই শিমলু তুলাৰ দৰে উৰি ফুৰে। শিমলু তুলাক ফুৰাই দিলে সি নিজৰ গাৰ পিনেহে উৰি আহে। প্ৰেমো তেনেকুৱা, বাধা দিলেও সি নিজৰ পিনে আহিবই। বিহুগীততো একে ধৰণৰ কথা আছে - তোমাৰ মনে গ'লে মোৰো মনে গ'লে কি কৰিব কলিতা কূলে?

প্ৰেমক কবিয়ে অকল ডেকা গাভৰুৰ মাজৰ আকৰ্ষণ হিচাপেই চিহ্নিত কৰা নাই। কবিৰ বাবে প্ৰেম জীৱনৰ চালিকা শক্তি। জীৱনৰ বিভিন্ন পৰ্যায়ত কবিয়ে বিভিন্ন জনৰ প্ৰেম কাহিনী দেখিছিল, সেইবোৰৰ প্ৰেমৰ কাহিনীয়ে তেওঁৰ মনৰ গভীৰত দোলা দি গৈছিল। সেই অভিজ্ঞতাবোৰ বিভিন্ন গীতত বিভিন্ন ধৰণে প্ৰকাশ হৈছে।

নিজৰ প্ৰেম?

কবিয়ে কয় 'বহু ছোৱালীক ভাল লাগিছিল। জীৱনৰ বহু সময়ত বহুতকে ভাল লাগে। কিন্তু সেয়া ভালপোৱা নহয়। ভাল পালেতো নিজৰ জীৱনলৈকে আহিলহেঁতেন।' কবিয়ে ধুনীয়া বস্তু চাই ভাল পায়, সুন্দৰৰ সান্নিধ্য ভাল পায়। ধুনীয়া ছোৱালী এজনী দেখিলেও কবিৰ ভাল লাগে, মনত ভাব এটাৰ উদয় হয়, সেই ভাবটোক গান এটাৰে প্ৰকাশ কৰি থয়। ছোৱালীজনীয়ে হয়তো কাহানিও গম নেপায় যে তেওঁক দেখিয়েই যে এজন গীতিকাৰে গীত এটি ৰচনা কৰিছে।

'প্ৰেমৰ গীত বুলি মই গীত লেখা নাই। সমাজৰ কথা কোৱা গীত বুলিয়েই লেখিছো। কিন্তু সকলো লেখাৰে মূল ভিত্তি হ'ল প্ৰেম। দেশপ্ৰেমো হ'ব পাৰে, মাতৃপ্ৰেমো হ'ব পাৰে। '

এই প্ৰেমৰ গীতবোৰৰ ক্ষেত্ৰক কবিৰ মনটোক বিশেষকৈ প্ৰভাবিত কৰিছিল বিহু নাম বিয়া নামবোৰে। এইবোৰত থকা সমাজৰ বুকুৰ পৰা লোৱা পৰিচিত ইমেজ, আমাৰ জীৱনৰ লগত খাপখোৱা প্ৰকাশ ভংগী এইবোৰে কবিৰ সৃষ্টিশীল মনটোক সাৰ পানী যোগাই আহিছে।

ৰ'দ পাই ৰঙা হ'ল পকা সুমথিৰা
নিয়ৰ পাই জিলমিল কৰে
কাক পাই নাচনী হ'লি ৰঙাজনী
নাচোনত দেহাৰ ঘাম সৰে।।

গছৰে কঁকালত মেৰালি গামোচা
লিহিৰি আঙুলি লৰে
ডেকাৰে লেখীয়া দেখি বা জানোচা

মনবোৰ কেনেবা কৰে
মনে মনে ঐ
পুৰুষে নেদেখাকৈ
নাচে ৰঙে ৰহেদৈ
মোক তোল মোক তোল কৰে।।

চকুৰে আঁতৰি থাকিব নোৱাৰি
বুকুৰে আগচি ধৰে
জেঙেৰে ভেটিবি জোঙেৰে ভেটিবি
মনে অগাডেৱা কৰে
ঘনে ঘনে কৈ
কৰে জুমাজুমি ঐ
জানো খিলখিলকৈ
হাঁহিলে মুকুতা সৰে।।

কমলা টেঙাটি এনেয়ে ৰঙা হোৱা নাই, ৰ'দ পাই ৰঙা হৈছে। তেনেদৰে নাচনীজনীও এনেয়ে ৰঙা হোৱা নাই, তাইৰ দেহত-মনত কাৰোবাৰ ৰ'দ পৰিছে, সেইবাবে তাই ৰঙা পৰিছে। এই ৰ'দ প্ৰেমৰ ৰ'দ।

বিহু নাচৰ নাচনী এজনীক দেখি কবিয়ে এই গীতটি লেখিছিল। কবিৰ কল্পনাই নাচনীজনীক লৈ গৈছে জেং বিহুৰ ঠাইলৈ। সেই বিহুত পুৰুষৰ প্ৰৱেশ নাই। গছ এজোপাত গামোচা এখন বান্ধি গছজোপাকে পুৰুষ হিচাপে কল্পনা কৰি নাচনীবিলাকে নাচে। চাৰিওফাল ভেটি থয় যাতে পুৰুষে সেই নাচ চাব নোৱাৰে। কবিয়ে কল্পনাৰ নাচনীৰ মনৰ কথা ভাবিছে - মনটোক জানো তাই ভেটিব পাৰিছে।

পাহে পাহে এই পাহি ফুল
তোমাৰ হাঁহি বুলি হয় দেখো ভুল
আছেনে আছেনে তাতেই
তোমাৰ চকু তোমাৰ বুকু ব্যাকুল।।

আজি যেন মই
তোমাৰেই দান
আজি যেন মই
তোমাৰেই গান

পাখি গজা মোৰ মন
বৰ অবুজন
বান্ধো মই কেনেকৈ উগুল থুগুল।।

উৰি যাব যেন কৰ্চন-কণুৱা
জুৰি যা আকাশৰ নীলা গা
উৰু উৰু মোৰ মন
হয় কৰ্চন
এয়া কি চেনেহৰ নেদেখা দোল।।

এজনী ধুনীয়া ছোৱালীক ফুলৰ লগত তুলনা কৰি কবিয়ে এই গীতটি ৰচনা কৰিছে। ধুনীয়া ছোৱালীক ফুলৰ লগত তুলনা কৰাটো একো নতুন কথা নহয়। কিন্তু কবিয়ে এই গীতত সেই পুৰণি চিত্ৰকল্পকে নিজৰ ধৰণে উপস্থাপন কৰিছে।

গীতটিত সুৰ কৰিছিল কবিৰ অন্যতম প্ৰিয় সুৰকাৰ জে পি দাস অৰ্থাৎ জ্যোতিপ্ৰকাশ দাসে। এই সুৰটি কবিৰ প্ৰিয় সুৰ বিলাকৰ এটা।

আহিবা আকৌ এদিন আহিবা
আজি যে নহ'ল গান শুনা শেষ মোৰ ।।

জীৱনৰ মোৰ উঠা-নমাবোৰ
তুমিতো নাজানা একো
তুমি দিলা যি কণ্ঠৰ সুৰ
সি মোৰ স্মৃতিৰ সাঁকো
নাভাঙিবা বান্ধ নাভাঙিবা।।

নালাগে জানিব সি যে মোৰ পৰম আপোন কথা
নালাগে শুনিব সি যে মোৰ সি মোৰেই গোপন বেথা।।

তুমি দিয়া মাথোঁ সুৰ
মোক সুৰ
তাৰ কঁপনিখিনি
মোৰ সোঁৱৰণি
নিছিঙিবা বান্ধ নিচিঙিবা।।

এই গীতটোৰ লগতো সাঙোৰ খাই আছে গীতিকাৰৰ এক স্মৃতি।

কবিৰ শহুৰেকৰ ঘৰ নগাঁৱত। নিউ আমোলাপট্টিত। নগাঁৱৰ সেই ঘৰত বহি আড্ডা মাৰি থাকোতে ঘৰলৈ এজনী ছোৱালী ফুৰিবলৈ আহিল। নগাঁৱৰ ঘৰখনত আছিল এক সাংস্কৃতিক বাতাবৰণ। আড্ডা, গান-বাজনা এইবোৰ চলিয়েই থাকিছিল।

সেই গানত ছোৱালীজনীয়েও ভাগ লৈছিল। গান শেষ কৰি ছোৱালীজনী গুচি গৈছিল। তাই যোৱাৰ পিচত কবিয়ে অনুভৱ কৰিলে তেওঁৰ যেন বহু শুনিবলৈ বাকী থাকিল। তাইৰ গান যেন আৰু শুনিব লাগিছিল। সেই ছোৱালীজনীৰ অনুভৱতে লেখা এই গীতটি। তাইৰ গীতে গীতিকাৰৰ মনত এক গভীৰ চাপ বহুৱালে। তাইৰ লগত কবিৰ আন একো সম্পৰ্ক নাই। সম্পৰ্ক মাথোন তাইৰ কণ্ঠৰ লগত, গীতৰ লগত। সেয়ে গীতেৰে তেওঁ কৈছে যে তুমি মোৰ জীৱনৰ কথা একো জানিব নালাগে। তুমি মাথোন মোক সুৰ দিয়া, তুমি গান গোৱা।

এই গীতটি তিনিজন সুৰকাৰে সুৰ কৰিছিল। খগেন মহন্ত, ডিব্ৰুগড়ৰ হীৰেণ গোহাঁই আৰু গুণদা দাস কৌৰ। এই গীতটি আকাশবাণীৰ গুৱাহাটী আৰু ডিব্ৰুগড় কেন্দ্ৰ যোগে প্ৰচাৰ হৈছিল। এতিয়া এই গীতটি আকাশবাণী গুৱাহাটী যোগে শুনা নাযায়। ডিব্ৰুগড় কেন্দ্ৰত গীতটি দুৰ্গাময়ী বৰাৰ কণ্ঠত প্ৰচাৰ হৈ থাকে।

পদূলি সাৰিবৰ হ'ল অ' বকুলি
শলিতা লগাবৰ হ'ল
নাহৰ ফুলি ফুলি উদুলি মুদুলি
কোন আহিবৰে হ'ল।।

বুকুৰে কাঁচলি পৰিব পিছলি
ভালক'ই সামৰি ল
সোণ পখিলা
মন যে কমোৱা তুলা।।

নেলাগে যাবলৈ পানী আনিবলৈ
নৈৰ চেঙেলীয়া ঘাট
কঁকালৰ গাগৰি পৰিব বাগৰি
শুনিলে চিনাকি মাত।
যাউতি যুগৰে চিনাকি খোজৰে
চোতালত পৰিব ধূলি
সোণ পখিলা
পদুলি মুখলৈ ওলা।।

এই গীতটি কেশৱ মহন্তৰ আন বহু বিখ্যাত গীতৰ ভিতৰৰ এটি গীত। কেশৱ মহন্তৰ ঘৰ আছিল জামুগুৰিত। জামুগুৰিতে এজনী ভাল বিহুৱতী আছিল। তাই দেখিবলৈ আছিল ভীষণ ধুনীয়া। তাইৰ নাম আছিল বকুলি। দেখি ভাল লগা, কৰ্মী ছোৱালী। পখিলাৰ নিচিনা চটফটীয়া। সেই 'পখিলা' বকুলিক লৈ লেখা গীত এইটি। এই গীতত আছে কবিয়ে বকুলিক লৈ কল্পনা কৰা বহু দৃশ্য। গীতটিত বকুলিয়ে শাৰীৰিক - মানসিক দুয়ো ভাবেৰে আহি কবিৰ হৃদয়ত ধৰা দিছে। বকুলিয়ে নাজানিছিল এই কল্পনা। কবিয়ে নিজেও কয় গীতটোত এনে কিছুমান পংক্তি আছে যিবোৰে নিজৰ মনটোক বিচলিত কৰাৰ লগতে ৰাইজকো বিচলিত কৰে। এই গীতটিত আৰু আছে এখন গাঁৱৰ ধুনীয়া ছবি। যেতিয়া গানটো শুনা যায় গীতটিৰ কথাংশ এনে ধৰণৰে এক গাঁৱৰ পটভূমি সৃষ্টি কৰে যে সেই ছবি আমাৰ হৃদয়ত সজীৱ হৈ উঠে। গীতটি সুৰ কৰি ৰুদ্ৰ বৰুৱাই গাইছিল। পিচত আৰু বহুজনে গীতটি সুৰ কৰিছে।

কবিৰ জীৱনত ভালপোৱাক লৈ বহু ঘটনা আছে আৰু তেনে ঘটনাবোৰে মনত বহুৱাই যোৱা চাপৰ পৰা সৃষ্টি হোৱা এটি গীত 'নিশাৰ শেৱালি সৰে'।

নিশাৰ শেৱালি সৰে
পুৱতিক কন্দুৱাই
সপোন মৰহি মৰে
পোহৰ হেৰুৱাই।।

দুবৰি বনৰ দলিছাত
দুটি ফুল এটি পাত
চকুত নপৰে কাৰো হায়
এৰি অহা সিপাৰৰ
কাৰোবাৰ চেনেহৰ
চিন আজি একো নাই।।

পুৱতিৰ পোহৰত
সপোনৰ কাৰেঙত
কত যে আছিলোঁ বাট চাই
সপোন মৰহি গ'ল

পোহৰ আঁতৰ হ'ল
কিবা যেন হেৰুৱালোঁ পাই।।

কবিৰ জীৱনত বহুতকে ভাল লাগিছিল কিন্তু তেওঁৰ ভালপোৱা কেতিয়াও কাৰো আগত প্ৰকাশ কৰা নাছিল। তেনেদৰেই হয়তো কাৰোবাৰ বিয়া হৈ গৈছিল, কোনোবা গুচি গৈছিল। কবিয়ে এই গীতটিৰ নেপথ্য কাহিনী প্ৰকাশ কৰে এনেধৰণে 'হেৰাই যোৱা চেন্টিমেন্টটোক কোনোপধ্যেই ঘুৰাই পাব নোৱাৰি'। তেনেকুৱা স্বপ্ন এই গীতটিত সোমাই আছে। ই এটা পাৰ্টিকুলাৰ ঘটনা নহয়।

'হাজাৰো ছোৱালীক মোৰ ভাল লাগিছিল আৰু সিহঁতেও মোৰ ওচৰলৈ আহিছিল কিন্তু ঠিক ভাল লগাৰ দেওনা পাৰ হোৱা নাই'। বিভিন্ন কাৰণত কবিয়ে এই দেওনা পাৰ হ'ব নোৱাৰিলে। তাৰ ভিতৰত সামাজিক বাধাই বেচি। হয়তো সেই বাবেই কবিৰ বহু গীতত সামাজিক বাধা ওফৰাই দিয়াৰ কথা পোৱা যায়। বাস্তবত তেওঁ যিটো সম্ভব কৰিব নোৱাৰিলে তাক গীতৰ মাজেৰেই প্ৰকাশ কৰিছে। বিচাৰিলেই বস্তুটো পোৱা আৰু এটা বস্তু বিচাৰিলেও নোপোৱা দুয়োৰে মাজত বহুত তফাৎ। এজনে এজনক ভাল পাইছে প্ৰেম কৰিছে বিয়া কৰাই লৈ আহিছে। আনজনে ভাল পাইছে কিন্তু একেবাৰে লৈ আহিব পৰা নাই। গতিকে নোপোৱাজনৰ জ্বালাটো বেচি। এই জ্বালাই কবিক লেখিবলৈ উদ্বুদ্ধ কৰিছিল।

কবিয়ে নিজেও কয় 'মই যদি পাই গলোঁহেঁতেন চেটিছফাইদ হলোঁহেঁতেন তেতিয়া হয়তো এনেকৈ লেখিব নোৱাৰিলোঁহেঁতেন মোৰ এইবোৰ প্ৰেমৰ গান।'

কিশোৰ এজনে ভাল পাই পেলাইছিল তেওঁতকৈ ডাঙৰ গাভৰু এগৰাকীক। বাইদেউ বুলি মাতে। বায়েকে কিশোৰজনক গালত হাত ফুৰাই মৰমো কৰে। কিশোৰজন ৰোমাঞ্চিত হয়।

বাইদেউ আহে, পঢ়া টেবুলত বহি থকা কিশোৰজনৰ কাষেৰে পাৰ হৈ যায়, যাওতে কৈ যায়-পঢ়, পঢ়, পঢ়া শুনা কৰ ভালকৈ। কিশোৰজনৰ কাৰণে পঢ়িবলৈ কোৱা কথাটো ডাঙৰ কথা নহয়, ডাঙৰ কথা হ'ল কাষেৰে যোৱাটো, তেওঁৰ ফালে চোৱাটো, এইবোৰহে।

এদিন সেই গাভৰুৰ বিয়া হৈ গ'ল।

বিয়াৰ ৰাতি কিশোৰ কন্দোনত ভাগ পৰিল। কিয় এই কান্দোন তেওঁ নিজেও বুজি পোৱা নাই। মাকে সুধিলে কিয় কান্দিছ? নাই, কিশোৰজনে একো কাৰণ ক'ব নোৱাৰিলে, কিন্তু বুজি পাইছে যে সি কিবা এটা হেৰুৱালে। অথচ সিতো ছোৱালীজনীক এইবোৰ কথা একো প্ৰকাশ কৰা নাছিল।

এই দুখ কিশোৰজনৰ মনত বৈ গ'ল। এই দুখ কাৰো চকুত নপৰিল। তেনে দুখৰ প্ৰকাশেই এই গীত।

ইজাক সিজাক ইজাক সিজাক
জাক জাক বৰষুণ
অকাই পকাই ধুমুহা মাৰিছে
থাক থাক ঘৰতে সোণ।।

কাম নো কাৰ নাই
জীৱনটো দেখোন দেহা তোৰ কৰিলি পানী
আজি যেনিবা ঘৰতে থাকিলি
কাৰ কিনো হ'ল হানি
বহু দিন তোক লগ পোৱা নাই
আজি অলপ বহচোন।।

গুমগুমাই গাজিলে বাঘ যেন ডাৱৰে
দুমদুমাই বাজিলে ঢোল
ৰমৰমাই পুৰিছে বুকুৰ মাজখিনি
কঁপিছে চেনেহৰে ডোল
আজিৰমান দিনটো নেপাবি চেনাই ঐ
আজি মানুহৰ বিহু
মন উফৰিলে কিহে বাধা দিব
মনৰ মান আছেনো কোন।।

এইটো বিহুক কেন্দ্ৰ কৰি লেখা প্ৰেমৰ গীত। কিন্তু যিটো ঘটনাই কবিক গীতটি লেখিবলৈ প্ৰেৰণা যোগাইছিল সেইটো প্ৰেমৰ ঘটনা নাছিল। গীতৰ নেপথ্যৰ ঘটনাটি আছিল পাৰিবাৰিক ঘটনা।

বিহুৰ দিনাৰ কথা। মানুহ বিহুৰ দিন। বাহিৰত ঢোল পেঁপা বাজিছে, চৌদিশ উখল- মাখল। কবিৰ বাহিৰলৈ যাবলৈ মন। কিন্তু জীয়েকে ক'লে কিয় বাহিৰলৈ যাব লাগে, আজি ঘৰতে বিহু পাতোচোন। গতিকে কবিৰ বাহিৰলৈ যোৱা নহ'ল, ঘৰতে থাকিল। এই আবেগতে গানটো লেখা।

তোকে মোকে ধানৰ থোকে
বান্ধিলে নে দুখে সুখে
মই আছিলো তাঁতৰ পাতত
তই আছিলি ঘাটত
সোণ-সেৰীয়া পথাৰখন
পৰিল আমাৰ বাটত।।

কোনে লেখিলে সোণৰ আখৰ
গুটি গুটি ধানত
কোনে দেখিলি উখল মাখল
বাখৰ পতা প্ৰাণত
কোন বলীয়া হ'ল জানো কাৰ
মৌ বৰসা মাতত।।

জিকমিক-জিক কাঁচি আনিলি
আছিলি কমাৰ শালত
জিলমিল-জিল ঘামৰ টোপাল
বিৰিঙিল ৰঙা গালত
সোণৰ পথাৰ উদং পথাৰ
যৌৱন-ভৰা কালত।।

কবিৰ কাৰণে প্ৰেম জীৱন-বিচ্ছিন্ন কথা নহয়। জীৱনত ঘটি থকা কামৰ মাজেৰেই, সুখ দুখৰ মাজেৰেই এজনে আনজনক ভাল পায়। কবিয়ে প্ৰেমৰ কাৰণে এখন বেলেগ জগতৰ কল্পনা কৰাৰ বিলাস নকৰে।

'লেপৰ তলত শুই প্ৰিয়াৰ কথা ভাবি আছে - প্ৰেম এনেকুৱা কথা নহয়।'

পথাৰত ধান কাটি থাকোতে প্ৰেমিক প্ৰেমিকাৰ দেখাদেখি হৈছে। নে প্ৰেমিকা আছিল তাঁতৰ পাতত, প্ৰেমিক আছিল নদীৰ ঘাটত। কৰ্মক্ষেত্ৰ একেখন হ'ব পাৰে বা দুখন বেলেগ বেলেগ কৰ্মক্ষেত্ৰও হ'ব পাৰে।

কিন্তু দুয়োৰে মাজত প্ৰেমৰ উদয় হৈছে কামৰ মাজতেই। কামৰ লগত ঘামৰ সম্বন্ধ আছে। কামত ব্যস্ত হৈ থকা মানুহৰ মুখত এক ধৰণৰ সৌন্দৰ্য ফুটি উঠে। শ্ৰমজীৱি মানুহৰ এই সৌন্দৰ্যৰ প্ৰতি কবি বিশেষ ভাবে আকৃষ্ট। এই গীতটি সেই সৌন্দৰ্য চেতনাৰে প্ৰকাশ।

ওলাই আহি তোমাৰ হাঁহি দেখিলোঁ
দেখি
দুখত মৰা বুকুৰ বেজাৰ পাহৰি পেলালোঁ
অ' মৰমলগা অ'
তোমাৰ লগত ময়ে আজি হাঁহিলোঁ।।

দিহিঙে দিপাঙে ফুৰে অনাই বনাই
অলিয়া বলীয়া মন
ইবাৰ মেলি চাও সিবাৰ মাৰি চাওঁ
নেদেখো দুৱাৰখন
অ' মৰমলগা অ'
তোমাৰ মাতত ঘৰ এৰি আহিলোঁ।।

কিহেৰে গঢ়ালা পেঁপা-ঢোল-গগনা
কিহেৰে সজালা মাত
কিহেৰে লগালা এই জুইকুৰা
মোৰ আকলুৱা গাত
অ' মৰমলগা অ'
তোমাৰ চকুত কি মোহিনী দেখিলোঁ।।

ষাঠীৰ দশকৰ কথা। এখন বিহু সন্মিলনীত কবিয়ে এজনী ছোৱালীৰ গান শুনিলে, শুনি ভাল পালে। ছোৱালীজনীকো ভাল লাগিল। সেই মুহূৰ্তৰ অনুভূতিৰে কবিয়ে এই গীতটি লেখি থলে।

'এয়াও এক ধৰণৰ প্ৰেমেই। কেৱল সান্নিধ্য নাই। আৰু সকলোৱে সান্নিধ্য লৈ ফুৰিবও নোৱাৰি নহয়।' এই ভাল লগাৰ অনুভূতি সৃষ্টিশীল মানুহে নিজৰ মাধ্যমত ধৰি ৰাখে। কবিয়ে কবিতাৰে ধৰি ৰাখে, চিত্ৰকৰে ছবিৰে। তাৰ পিচত সেই কবিতা বা ছবি স্ৰষ্টাজনৰ হৈ নাথাকে। সকলোৱে সেই ভাল লগাৰ অনুভূতি ভগাই লয়। এই গীতটিৰ যোগেৰেও এগৰাকী শিল্পীৰ সেই ভাল লগাৰ অনুভৱ সকলোৱে অনুভৱ কৰিব পাৰে।

বাটৰহে দূৰ বান্ধৈ
বাটৰহে দূৰ
বুকুৰ ইমান মন জুৰ।।

বুকুৰ ক'ত নো পাবি
সি ভাল পোৱাৰ ঠাই
মাটিৰ মানুহ একেই পাবি
একো ভিন পৰা নাই
তোৰে মোৰে একেই সপোন
ভাঙে কোনে যোৰ।।

এই বহাগত গা ৰাইজাই
মই মন দি মন চাওঁ
এই বহাগৰ অপাৰ ভাগ্য
মই তোক লগ পাওঁ
ভাল পোৱাৰ উম দি চালোঁ
তয়ো তো আপোন মোৰ।।

১৯৭২ চনৰ কথা। পাটনাত এখন সভা হৈছিল। পৃথিবীৰ বিভিন্ন চচিয়েলিষ্ট দেশৰ পৰা শিল্পী আহি সেই সভাত অংশ গ্ৰহণ কৰিছিল। তাত ৰাচিয়ান ছোৱালী এজনীয়ে গান এটা গাইছিল। কবিয়ে গানটোৰ ভাষা বুজা নাছিল যদিও সুৰটো তেওঁৰ মনত বাজি ৰৈছিল। আৰু মনত ৰৈ গৈছিল ছোৱালীজনীয়ে মঞ্চত প্ৰবেশ কৰা প্ৰস্থান কৰা ভংগীমাবোৰ। কবিৰ মতে তাইৰ ভংগীমাবোৰ আছিল পখিলাৰ দৰে নাচি ফুৰা বিধৰ।

'সেই সভাৰ পৰা উভতি আহোতে ভাবিছোঁ এই ছোৱালীজনীৰ বিষয়ে কিবা এটা নেলেখাতো অন্যায় কৰা হ'ব।'

এই মালাধাৰ নাজানো যে কাৰ
এই মালাধাৰ।।

মোৰ কাৰণেতো কোনো দিনে কেৱে
থোৱা নাই কোনো ফুল
মোৰ জীৱনলে' কোনো ফাগুনে
কৰা নাই বাট ভুল
মোৰ কাৰণেতো সঁচা নাই কেৱে
সুৱদি মাত এযাৰ।।

মোৰ বাবে নাই ফুলৰ উচব
নাই মোৰ মধুবন
জীৱনৰ হাঁহি নৈ হৈ বয়
মই তাৰে এৰাসুঁতি
কোনো শাওনৰ ঢলৰ চুমাত
ৰূপ যাৰ নুঠে ফুটি
তাৰ বাবে এই ৰূপৰ পোহাৰ
মাথোঁ খেল চলনাৰ।।

প্ৰেমৰ গীত, হয়তো দুখৰো গীত। প্ৰেম নোপোৱাৰ দুখৰ গীত।

এজনী ছোৱালীয়ে মালা এধাৰ গাঁথি আছিল। কবিয়ে দেখা পাই এনেয়ে সুধিলে- কালৈনো গাঁথিছা? ছোৱালীজনীয়ে উত্তৰ দিলে 'মোৰনো আৰু কি মালা গঁথা, এনেয়ে গাঁথিছোঁ আৰু।'

কথাটি কবিৰ মনত লাগি ৰ'ল। ছোৱালীজনীয়ে মালা গাঁথিছে কিন্তু বৰণ কৰিবলৈ তাইৰ কোনো নাই। তাইৰ দুখ আছে নে নাই কবিয়ে নাজানে, কিন্তু ভাবিলে তাইৰ দুখ নিশ্চয় আছে। তাইৰ কাৰণেতো কোনেও ফুল থোৱা নাই, প্ৰেমৰ ঋতু শৰতৰ মাহ আহিনে তাইৰ বাবেতো বাট ভুল কৰা নাই।

ছোৱালীজনীৰ প্ৰেমৰ সেই অপূৰ্ণতাৰ দুখ যেন কবিৰ নিজৰ দুখ হৈ গ'ল। ছোৱালীজনীৰ লগত কবিয়ে একাত্ম অনুভৱ কৰিলে, তেওঁ যেন নিজে সেই ছোৱালীজনীৰলৈ ৰূপান্তৰিত হ'ল, তাইৰ দুখ তেওঁৰ নিজৰ দুখ হৈ গ'ল, তাইৰ অপূৰ্ণ প্ৰেম যেন কবিৰেই অপূৰ্ণ প্ৰেম হৈ গ'ল। সেই অনুভৱেৰে কবিয়ে লেখিলে -এই মালাধাৰ নাজানোযে কাৰ।

আকৌ এবাৰ লগ পাওঁ যদি
লাগিবতো পাৰে ভাল
তোমাৰ কাষৰ এপলক মোৰ
হ'ব পাৰে চিৰকাল।।

এটি গধুলি সুন্দৰ কৰা
এপাহ গধূলি গোপাল
ৰাতি পুৱাৰ শূণ্য হিয়াত
হ'ব পাৰে চিৰকাল।।

নিজে ধৰা দিছে ঢাকি নেৰাখিবা
হওঁক চকুৰ টোপাল
তাতে আছে মোৰ পোৱাখিনি
আৰু তোমাৰ যিখিনি হেৰাল।।

এজনে আনজনক যেতিয়া লগ পায়, লগ পাই ভাল লাগে তেওঁক জানো পুণৰ এবাৰ লগ পোৱাৰ ইচ্ছা নহয়? সেই ভাবটোৱেই জানো প্ৰেম নহয়? মানুহৰ জীৱনৰ একোটা মুহূৰ্তও চিৰন্তন হৈ মনৰ গভীৰ কোণত ৰৈ যাব পাৰে। প্ৰিয়জন গুচি যোৱাৰ সেই মুহূৰ্তটি চিৰকাললৈ মনত নাথাকিব জানো?

এইটো কবিয়ে কোনো বিশেষ চিটুৱেচনত লেখা গীত নহয়। কবিয়ে ভাবিছে এনেকুৱা মুহূৰ্ত একোটি যিকোনো মানুহৰে হ'ব পাৰে, তেনে মুহূৰ্তত তেনেকুৱা ভাবৰ উদয় হ'ব পাৰে। তেনেকুৱা বাখ্যাতীত মুহূৰ্ত একোটি চিৰদিনৰ বাবে মনত ৰৈ যাব পাৰে। কবিয়ে ভাবিছে, ধৰি লোৱা হ'ল তেওঁ ছোৱালী এজনীক লগ পাইছিল, ছোৱালীজনীয়ে কবিক কিবা এটা কৈ গৈছিল নাইবা কবিৰ পিনে চাই হাঁহি এটাকে মাৰি গৈছিল, তাৰ পিচত কবিয়ে আৰু কাহানিও সেই ছোৱালীজনীক লগ পোৱা নাই। কিন্তু সেই হাঁহিটো বা কথাটো কবিৰ বুকুত ৰৈ যাব পাৰে। সেই ভাবেৰেই এই গীতটি লেখা।

গীতটি প্ৰথমে সুৰ কৰিছিল যোৰহাটৰ সুদক্ষ বেহেলাবাদক অমিয়ধৰ বৰুৱাই। পিচত এইচ এম ভি য়ে গ্ৰামোফোন ৰেকৰ্ডৰ বাবে গীত বিচাৰোতে কেশৱ মহন্তই এই গীতটি আৰু 'এইখন হাবিতে ফুলনি আছিলে' গীতটি দিছিল। কোম্পানীৰ মানুহে তেওঁক সুধিছিল- গীত দুটি কোনে সুৰ কৰাটো বিচাৰে। কবিয়ে বিচাৰিছিল তেওঁৰ প্ৰিয় সুৰকাৰ শচীন দেব বৰ্মনে গীত দুটিত সুৰ কৰক। কিন্তু ভবামতে নহ'ল। গীতটি কেনেবাকৈ গৈ মান্না দেৰ কণ্ঠত বানীবদ্ধ হ'ল। পৰিল। গীতৰ কথাও অলপ লৰিল। এই সুৰটোত কবি বৰ সুখী নহয়।

ইমান জোনাক
তথাপি তোমাক
হেৰুৱাও কিয় বাৰে বাৰে
তোমাৰ চকু বেথাৰে গধুৰ
এই জোনাকত চকুলো সৰে।।

আকাশৰ ৰঙা বিদায় পৰত
হুমুনিয়াহেৰে বিয়পি পৰে

তুমি এৰি যোৱা কৰুণ হাঁহিৰে
বেদনাই মোক আকুল কৰে।।

বাহিৰ বিশ্ব আজিযে নিস্ব
শূণ্য হৃদয় গুমৰি মৰে
পোহৰৰ ঢলে খলকনি তোলে
আকাশৰ ভাঙি পাৰ
হিয়াৰ নীলাত খলকনি তোলে।।

হাততে পায়ো হেৰুৱায়
মন উৰি যায় তোমাৰ বাবে
ভৰা জোনালীৰ আঁৰে আঁৰে।।

প্ৰেম নহয়, ভাল লগা - কবিৰ এনে সম্বন্ধ বহু ছোৱালীৰ লগতে হৈছিল। 'মই কেৱল আঁতৰৰ পৰা চাও, কথা পতা নাছিলোঁ। কথা পাতিলে ছোৱালীজনী নেদেখি। কিন্তু কথা নাপাতিলে তাইৰ ৰেহ-ৰূপ চাই থাকিব পাৰি। ভাল লগা থাকিলে ভাল লাগি যায়, মনত বৈ যায়। এই সকলোৰে লগত প্ৰেমৰ সম্বন্ধ সম্ভৱো নহয়, শ্ৰোভনীয়ও নহয়।'

কিন্তু জীৱনত এইবোৰ এদিন আছিল, আজি নাই। দুখৰ দিনত নহয়, পূৰ্ণ জোনাক নিশা এটাতো এইবোৰ কথা মনলৈ আহিব পাৰে। তেতিয়া ভাবো হ'ব পাৰে যে কবিয়ে তেওঁলোকৰ খবৰ কৰিছে, কিন্তু কোনেওতো কবিৰ খবৰ কৰা নাই।

'আচলতে মই নিজে নিজতে মজি থাকোঁ। মনেৰে মই বহু ভ্ৰমণ কৰিছো, কিন্তু দেহেৰে কৰা নাই। এটা কথা আছে প্ৰতিভাবান সকল হেনো উভয়লিংগ। মই নিজেও অলপ পুৰুষ অলপ তিৰোতা, কাৰণ মোৰ চেন্টিমেন্টটো দুভাগ। পুৰুষৰ দৰে কঠোৰ চেন্টিমেন্ট মোৰ আছে, তিৰোতাৰ দৰে কোমল চেন্টিমেন্টো আছে। মোৰ ল'ৰাই মোক কেতিয়াবা কয় - তুমি মানুহক ভালকে নামাতা। কিন্তু মোৰ অন্তৰখন তেনেকুৱা কঠোৰ নহয়।'

সপোন তোমাৰ ৰূপৰ শিখা
বিচাৰিলোঁ কত নিশা
ক'ত ৰাতি মোৰ উজাগৰে গ'ল
তেও নফলিল আশা।।

কিমান ধুমুহা গ'ল
কত আশা শেষ হ'ল
পাখি ছিগি মোৰ সুৰ খহি গ'ল
তথাপি নাপালোঁ দেখা।।

কোনে জানে কিয় আজি অপৰত
আহি দেখা দিলা মোৰ দিঠকত
কোনে জানে কিয় সুৰে মোৰ আজি
বিচাৰে তোমাৰ কথা।।

এই গীতটি খগেন মহন্তইও সুৰ কৰিছিল, ৰমেন বৰুৱাইও সুৰ কৰিছিল।

কবিৰ এগৰাকী বন্ধু আছিল। তেওঁ বিয়া নকৰাই ব্ৰহ্মচাৰী হ'ব বুলি শপত খাইছিল। কিন্তু শেষত সেই শপত ভাঙি বিয়া কৰালে। তেওঁ যেনে ধৰণৰ ছোৱালী বিচাৰিছিল তেনে ছোৱালীকে পাইছিল। বন্ধুৰ আনন্দত কবিও আনন্দিত আৰু সেই আনন্দক প্ৰকাশ কৰিছে এই গীতটিৰে। পোনপতীয়া ভাবে লেখা গীত। কোনো লুকঢাক নাই। এজনৰ ব্যক্তিগত জীৱনৰ কথা যদিও গীতটিৰ ভাব সাৰ্বজনীন।

ইমান মৰম ইমান সপোন
আছিল বুকু ভৰি
লহৰে লহৰে হৃদয় সাগৰ
গুমৰি আছে মৰি।।
আহি উগুল থুগুল এইজাক বতাহে
অগাডেৱা কৰিছিল
মনৰ মৰম চকুপানী হৈ
টোপাটোপে সৰিছিল
অহা নাই কিয় তুমি অ' আপোন
সপোনৰ দৰে লৰি।।

পাওঁ কি নাপাওঁ সাগৰ তলিৰ
অজান মুকুতাবোৰ
থৌকি বাথৌ ঢৌ দোলে ঢৌ
উচাতন মন মোৰ
আজি আউলী বাউলী মেঘৰ চুলিত
পনীগচা লাগিছিল

হিয়ালি জিয়ালি সাগৰৰ বুকু
জোবাৰে ভাঙিছিল
তোলা নাই কিয় সপোন অ' মোক
ঢৌৰে মুখৰ কৰি।।

সুৰৰ ভেটিত ৰচনা কৰা হৈছিল এই গীতটি।

সলিল চৌধুৰীৰ ভাতৃ সুভাষ চৌধুৰীয়ে কাম কৰিছিল আকাশবাণীত। তেওঁ আহি কবিক এটি সুৰ শুনালে আৰু সেই সুৰৰ ভেটিত গীতটি ৰচনা কৰিবলৈ অনুৰোধ কৰিলে।

'মোৰ দিবলৈ বহু বস্তু আছ - মৰম চেনেহ এইবোৰ, এইবোৰ যেন লওঁতা নাই, তেনে এটি ভাবত গীতটি লেখা।'

আজি দেখোঁ তোৰে মোৰে
উদং উদং কথাবোৰে
বুকুৰ সুৰত ঢৌ তুলি
সুৰৰ বুকু আকুল কৰে।।

আজি দেখো বাটে ঘাটে
যেঁয়ে য'তে কথা পাতে
স্বৰৰ তাৰাত বাৰে বাৰে
মোৰে বেথাই উঁকি মাৰে।।

আজি যদি সময় পাৱ
আজি যদি গান গাৱ
সুৰ আছে উজাগৰে
হৃদয়-বীণাৰ তাঁৰে তাঁৰে।।

নিৰ্মল মনৰ কিছুমান ৰঙীয়াল ছোৱালীৰ কথাই কবিৰ মনত তুলি যোৱা হেন্দোলনিৰ প্ৰকাশ এই গীতটি।

সচৰাচৰ গাঁৱত লগ পোৱা কিছুমান ছোৱালীৰ কথা। সিহঁত দুষ্ট নহয়, ৰঙীয়াল। সিহঁতে একোটা কথা কৈ দিয়ে, ঘপহকৈ কিবা এটা এনেকুৱা মন্তব্য কৰি দিযে যে শুনোতাজনৰ বুকু মোহাৰি লৈ যায়। তেনেকুৱা ছোৱালী এজনীয়ে কবিক দাদা বুলি মাতিছিল। তাই আহে, চিএৱৰ বাখৰ হুলুস্থুল কৰি কথা কিছুমান কৈ যায়, তাইৰ কথাবোৰে কবিক খুব অনুপ্ৰাণিত কৰে।

এয়া কবিৰ কিশোৰ কালৰ কথা । দিন বাগৰিল। সেই ছোৱালীজনীৰ সেই কথাবোৰ কিন্তু কবিৰ বুকুৰ মাজতে সোমাই থাকিল। বহু বছৰৰ মূৰত গুণদা দাস কৌৰে গীত এটি খোজেতে কবিয়ে মনৰ মাজত বৈ যোৱা সেই কথাবোৰৰ স্মৃতিকেই এই গীতটিৰ মাজেৰে তুলি ধৰিলে। 'আজি দেখো তোৰে মোৰে উদং উদং কথাবোৰে বুকুৰ মাজত ঢৌ তুলি সুৰৰ বুকু আপোন কৰে- এইখিনি ছোৱালীজনীৰ কথা, বাকীখিনি মোৰ। মই সুৰ কৰিছোঁ, মোৰ কিবা দিবলৈ আছে, কিন্তু সেইটো গান যদি গাৱ, যদি সময় পাৱ, মানে সময় নাপাৱই নহয়, যদি পাৱ আহি গানটো গাবি, উদং উদং কথাবোৰৰ গানটো।'

এনে এটি গধুলিতে মোৰ
পঁজাৰ পদুলিতে
তুমি দিয়া চাকিগছি
আজিও জ্বলিয়ে' আছে।।

আজিও ৰিণিকি দেখি
লগ হেৰোৱা বগ পখী
উচুপি অকলশৰে
তোমাৰ চকুলো মচে।।

তয়ো জানো কান্দিছ এই কাণিমুণি
মোৰ পিৰালিৰ আমন-জিমন অ' মানিমুনি
তয়ো জানো কাণ দিছ
দূৰ অতীতলে'
যাৰ সাক্ষী চাকিগছি
আজি মাথোঁ জ্বলে
মোক দেখি যাৰ শিখাই নাচে।।

কিবা এটা বস্তু হেৰাই গৈছে, তাক আৰু পোৱাৰ একো উপায় নাই। মাথোন দুখেৰে সেই হেৰোৱা বস্তুটোৰ কথা ভাবিবহে পাৰি। তেনে বস্তুবিলাক স্মৃতিৰ মণিকোঠত থোৱা যায়। সেই দুখবোধ কবিৰ বহু গীতৰ উৎস।

সেইবোৰ দেহাৰে পাব নোৱাৰি ঠিকেই, কিন্তু মনেৰেতো সেইবোৰক পাই থাকিব পাৰি। 'গতিকে মনেৰেহে পাও দেহাৰেই নাপাও যেতিয়া।'

চাকিটো সদায় জ্বলায়েই থাকে, কিন্তু হঠাৎ এদিন দীপান্বিতাৰ চাকি গচি দেখি

মনলৈ আহিব পাৰে এনে এটি গধূলিতেতো সেই ছোৱালীজনীয়ে চাকি জ্বলাইছিল। সেই স্মৃতি আজিও মলিন হৈ নোযোৱাকৈ আছে।

পদুলি মুখত ৰ'ব লাগে কিয়
চ'ৰাৰ দুৱাৰ মেলা।।

তোমাৰ মনৰ উগুল-থুগুল
বিচাৰি জানোচা কিবা হয় ভুল
হওকচোন আজিলে' এনেয়ে আহি
এনেয়ে যেনিবা গ'লা।।

তোমাৰ পৰম আপোন কথাৰ
খবৰ নেলাগে ক'ব
যোৱাৰ বাটৰ মৰম অকণ
এনেয়ে ল'লেই হ'ব
শেষ নোপোৱাৰ আগতে এবাৰ
এনেয়ে যেনিবা ৰ'লা।।

কবিয়ে তেতিয়া বিশ্ববিদ্যালয়ত চাকৰি কৰে, জালুকবাৰীত থাকে। এদিন তেওঁৰ ঘৰ ওলালগৈ জয়ন্ত হাজৰিকা আৰু অপূৰ্ব দাস। দুয়ো সম্বন্ধত ভাই-ককাই। ঘৰ ওলাল মানে কবিয়ে দুয়োকে দেখা পালে পদুলি মুখতেই। এজনে মাতিলে-

ঃ কেশবদা কি কৰিছে? আমাক গীত এটি লাগে, আপোনাৰ ওচৰলৈ আহিলোঁ।

ঃ আহ তেনেহলে, পদুলি মুখত ৰৈ থাকিব লাগে কিয়?

সেই কথা ফাঁকিৰ পৰাই জন্ম হ'ল গীতটিৰ প্ৰথমটি বাক্যৰ। সেই কথাটোকে ঘুৰাই প্ৰেমৰ গীতৰ দৰে কৰা হ'ল।

গীতটিত সুৰ দিছিল জয়ন্ত হাজৰিকাই। পিচত গুণদা দাস কৌৰেও আন এটা সুৰ কৰিছিল।

বুকু নালাগিলে
মন থাকে শুই
বতাহ নালাগিলে
নজ্বলে তুঁহ-জুই।।

বহাগ নাহিলে
নেমেলে নতুন পাত
ঢোলৰ ছেও নপৰিলে
নোলায় বিহুৰ জাত
পিৰীতিয়ে নুচুলে হিয়া
কিহে যাব ছুই।।

নাহৰৰ ফুলে ফুলে
ফুলিল কাৰ হাঁহি
মৰহা মনত কোনে
জিপ দিলে আহি ।।

আজি সাৰ পালে
সেন্দুৰী বাটে
আজি সাৰ পালে
মৰা নৈৰ ঘাটে
আজি বাৰু কোৱা কোন
থাকিব পাৰে শুই।।

বতাহ নালাগিলে তুঁহ জুই নজ্বলে, ভিতৰত জুই থাকিলেও নজ্বলে। এই তুঁহ-জুইক কবিয়ে তুলনা কৰিছে মনৰ লগত। মনটো শুই থাকে, কিন্তু তাক কাৰ্যক্ষম কৰি তুলিব পাৰে হৃদয়ৰ উমে।

হৃদয়ৰ আবেদনেহে মনটোক জগাব পাৰে। আৰু কাৰোবাৰ মনটোক যদি কাৰোবাৰ হৃদয়ে চুই যায় সি আৰু শুই থাকিব নোৱাৰে। সি কামত লাগিবলৈ বাধ্য। প্ৰেমৰ এই শক্তিৰ এই এটা ৰূপক কবিয়ে এই গীতটিৰে প্ৰকাশ কৰিছে।

নদী মাথোঁ বয় কালৈকো নৰয়
বাধা দি ৰাখিব কোনে
আছে সাগৰেৰে যাৰ ভাল পোৱা
সাগৰেৰে সি মিলিব জানে।।

জাকে জাকে আহে যায় ধুমুহা
লৰে জানো পাহাৰৰ ওখ গা
ঢলে পাৰ ভাঙে

জাঁজী ভাঙি আনে
নৈয়ে কি বিঘিনি মানে।।

মনে মনে বৰিলোঁ তোমাকে
তুমি মোৰ আউসীয়ে জোনাকে
মন কিয় ভাগে
ভয় কিয় জাগে
বান্ধোন ছিঙিব কোনে।।

প্ৰেমত থকা বাধাৰ বিৰুদ্ধে থিয় হোৱাৰ কথা কবিয়ে প্ৰতিটো গীততে ঘোষণা কৰিছে। কবিৰ স্থিৰ বিশ্বাস যে প্ৰেমত থকা কোনো বাধাই স্থায়ী নহয়। প্ৰেমৰ নিজৰ শক্তিয়ে সেই বাধাক ওফৰাই পেলাব। জীৱনটো নদীৰ নিচিনা, ই গৈয়ে থাকিব, কালৈকো অপেক্ষা নকৰে। নদীয়ে সাগৰত মিলাৰ দৰে সি কেৱল যাক ভাল পায়, তাৰ যি প্ৰেমাস্পদ, সি তাৰ লগতহে মিলে।

প্ৰেমৰ কথা প্ৰকাশৰ ক্ষেত্ৰত কবিক বিহুগীতবোৰে নানান ধৰণে প্ৰভাবিত কৰিছে। প্ৰেমাস্পদৰ লগত মিলি যোৱাৰ দুৰ্বাৰ দৃঢ়তাৰ কথাটো প্ৰকাশ কৰাৰ ক্ষেত্ৰত কবিক 'তোমাৰ মনে গলে মোৰো মনে গ'লে কি কৰিব কলিতা কুলে' বিহুগীত ফাঁকিয়ে প্ৰভাবিত কৰিছে।

তোমাৰ কাৰণে
মোৰ শেষ হ'ল বাট চোৱা
যোৱাৰ সময়ে আহি
ক'লে, 'মোৰ লগ লোৱা'।।

ৰাতিয়ে সাধনা কৰি
বেলিক যেতিয়া পায়
বেলিৰ বুকুত সি যে
নিজেই হেৰাই যায়
ই যে নিজকেই হেৰুৱাই পোৱা

তুমিও হেৰাই যাবা
যোৱাৰ বাটত মোৰ
বাট হ'ব মোৰ লগ

য'ত আছে মাথোঁ দুখ
য'ত আছে মাথোঁ যোৱা।।

এই গীতটিও দুখ মিশ্রিত প্রেমৰ গীত। ৰাতিয়ে বেলিক সাধনা কৰি ঘূৰাই পোৱাৰ দৰে মানুহেও হেৰুৱাই অহাটোক আকৌ কেতিয়াবা ঘূৰাই পায়। বহু ক্ষেত্ৰতে নাপায়। কিন্তু পাব বিচৰাটো হেৰাই গলেও জীৱনৰ যাত্ৰাৰ শেষ নহয়। জীৱন প্ৰবহমান হৈয়েই থাকে। 'তোমাক পালোৱেই বা নেপালোৱে মোৰ যোৱাটো শেষ নহ'ব। তুমি বাটত মিলি গৈছা কিন্তু মই তোমাক বুকুত লৈয়েই ফুৰিছোঁ।' প্ৰেমৰ অপূৰ্ণতাৰ মাজতো যে পূৰ্ণতাৰ সন্ধান কৰিব পাৰি সেই ভাবেই এই গীতটোত প্ৰকাশ পাইছে। সদা আশাবাদী কবিয়ে অপূৰ্ণতাক লৈ দুখ কৰা নাই, সেই অপূৰ্ণতাৰ মাজতেই পূৰ্ণতাৰ সন্ধান কৰিছে।

থমকি চমকি কোন মেনকা-নন্দিনী
অংগনা বিবসনা
হৰিণী নয়না
ৰুণুজুনু ৰুণুজুনু বাজে কিংকিনী।।

ললিত বলিত বাহু
ঢৌ তুলি কঁপিছে
কৰি কৰ সম উৰু
সপোন জ্বলিছে
মাতে হাত বাউলী আউলী-বাউলী
মোৰ সখী ৰংগিণী।।

তালে তালে ময়ো আজি
অজানিতে নাচিছা
মনে মনে মনলোভা
কাৰেং সাজিছোঁ
বিবসনা হিয়া মোৰ চোৰা সখী
তোমাতে যে বন্দিনী।।

নৰ্তকী এগৰাকীক কবিয়ে কি দৃষ্টিৰে চায় তাকে এই গীতটোত কোৱা হৈছে। মানুহৰ দেহৰ প্ৰতিটো অংগই সুন্দৰ। সেই অংগবোৰত শিল্প অনুভূতি আৰোপ কৰিব পাৰি। যেতিয়া নৰ্তকী এগৰাকীয়ে নাচে তেতিয়া দেহৰ অংগ প্ৰত্যংগবোৰে দৰ্শকক

ৰস উপলব্ধিৰ পৰ্যায়লৈ লৈ যাব লাগে। তেতিয়া অংগ-প্ৰত্যংগবোৰক দৰ্শকে ব্যৱহাৰিক চকুৰে নাচায়, ৰসৰ চকুৰে চায়।

নৰ্তকী বিবসনা হ'লেও তাত কবিয়ে সৌন্দৰ্যহে বিচাৰি পায়। নাঙঠ মানুহ এজনীক মোজা এযোৰ পিন্ধাই দিলে সেইটো অশ্লীল হ'ব, কাৰণ তেতিয়া অংগটোক ব্যৱহাৰিক দিশলৈ লৈ অহা হয়। নৰ্তকী এগৰাকীয়ে সম্পূৰ্ণ নগ্ন হৈ এটা ভাব আৰোপ কৰি নাচিলে তাত নগ্নতা নাই। সেইটো ৰস উপলব্ধিৰ কথা। সেয়ে আমি সাধাৰণতে দেহৰ যিবিলাক অংগ ঢাকি ৰাখোঁ, নৃত্যত ঢাকি নাৰাখিলেও হয়।

'সীতাক ৰাৱণে লৈ গ'ল, ৰামে ব্যাকুল হৈ খেদি ফুৰিছে। সেইটো ৰামায়ণৰ কাহিনী। ব্যক্তিগত জীৱনত কোনোবাই যদি মোৰ মানুহজনীক লৈ যায় মই তাক শুদাই এৰিমনে? দা-কটাৰী লৈ খেদি যাম। তাত ৰসৰ কথা ক'ত থাকিব। কিন্তু একেই ঘটনা এটাক কবিসকলে কাব্যৰ যোগে এনেকুৱা পৰ্যায় এটালৈ লৈ গৈছে যে মই তাত বেদনামিশ্ৰিত আনন্দ এটা পাওঁ। কাব্যানন্দ। বেদনাৰ ভিতৰত সোমাই থকা জীৱনদায়িনী আনন্দৰ ভাব। নৰ্তকী এনেকুৱা হ'ব লাগে। মই নাচ চাই আছোঁ, মোৰ হিয়াও বিবসনা হৈ গৈছে, মোৰ অন্তৰত কোনো ঢাকোন নাই। মোৰ অন্তৰো বিবসনা, তোমাৰ লগত মিলি গৈছে। নৃত্য সম্পৰ্কে এইটোৱেই মোৰ ধাৰণা।'

# দুখৰে এৰাতি দুখৰে দুৰাতি

দুখৰে এৰাতি দুখৰে দুৰাতি গীতটি অসম আন্দোলনৰ সময়ত লেখা। 'আন্দোলনটিৰ দাবীবোৰ আমি মানিছিলোঁ, কিন্তু আন্দোলনটিৰ কিছুমান বেয়া কাম দেখি আমি উনচল্লিছজনমানে, নৱকান্ত বৰুৱা, নলিনীধৰ ভট্টাচাৰ্য আদিকে লৈ আমি কেইজনমানে কৈছিলোঁ যে আবেগটো বেচি হৈছে, যুক্তিটো তল পৰিছে, তেনেকে আগ নাবাঢ়িবা। ১৯৫০ চনৰ পৰা বাংলাদেশী খেদিব নোৱৰা। সেইটো ফিজিকেলি অসম্ভব। এক সত্তৰৰ পৰা পাৰিবা। মই ৰাজহুৱা সভাত বুকু ডাঠি কৈছিলোঁ - এই মানুহবিলাকক কিন্তু তোমালোকৰ মানুহেই আনিলে। এতিয়া আন্দোলনৰ যিবিলাক নেতা তেওঁলোকেই মৈমনচিঙিয়া মানুহবোৰক আনি ইয়াত বহুৱালে। তোমালোকে এতিয়া ফাইট কৰিছা কৰা, বেয়া নহয়। কাৰণ এইখন বিদেশীৰ দেশ হ'ব নোৱাৰে। কিন্তু মেথদটি বেয়া হৈছে। মানুহ-দুনুহ মৰা এই কথাবোৰ বেয়া হৈছে। সেইবিলাক কথা কোনে শুনে। পাচত মানুহে এইবোৰ ৰিয়েলাইজ কৰিছে। তেতিয়া আমাৰ ওপৰত বিভিন্ন ধৰণৰ আক্ৰমণ। দুখ আৰু দুখ।'

এনে এটা দিনতে কবিৰ ওচৰলৈ জেপি (জ্যোতি প্ৰকাশ দাস ) আৰু চাৰু গোহাঁই আহিছিল। আহি কবিক ক'লে যে গান এটা লাগে। কবিৰ হাতত তেতিয়া লেখি থোৱা গান নাই, নতুন গান লেখাৰ মানসিক প্ৰস্তুতিও নাই। তেতিয়া দুয়ো ক'লে যে গান এটা লেখিব লাগিবই। কবিয়ে যিবোৰ কাৰণত গান লেখা নাছিল সেইবোৰ কাৰণকে ভেটি হিচাপে লৈ কবিয়ে এই গানটো ৰচনা কৰিলে।

দুখৰে এৰাতি দুখৰে দুৰাতি
দুখৰে কলীয়া ছাঁ
আগলৈ নেদেখি পিছলৈ নেদেখি
নেদেখি নিজৰে গা।।

কোনে কাঢ়ি নিলে মুখৰে হাঁহিটি
চকুৰে জেউতি তোৰ
কোনে হৰি নিলে মৌ-সনা মাত
হেঙুলীয়া দিনবোৰ

উচুপি উচুপি কান্দ কিয় তই
ৰম ৰম পোৰে মোৰ গা।।

মন যে বলীয়া মৰম উৰণীয়া
বান্ধিব নোৱাৰো মই
ঘুৰি যেন আহিব হেৰোৱা দিনবোৰ
আকৌ হাঁহিবি তই
উদুলি-মুদুলি হ'ব মোৰ পদুলি
ব'ব জুৰণীয়া বা।।

এই ৰাতিবোৰ দুখেৰে ভৰা। আগলৈও নেদেখি, পিচলৈও নেদেখি, নিজৰ গাটোকে নেদেখি। এই দুখবোৰ এদিন শেষ হ'ব চাগে। কেতিয়াবা আহিবনে এনে দিন। সেই আশাৰেই লেখা এই গীতটি।

তেজীমলা তেজীমলা
ৰাতিচোন নুপুৰায়
ইমান চকুলো।।

জয়াৰ ৰাতি যম ডাকিনী
ঘৰত সোমল কোন শাকিনী
ঘৰ জেউতি
আঁতৰ হ'লা।।

আমি কাৰ কোন পৰ নে আপোন
চিনিকে নাপাওঁ কাকোৱেই দেখোন
মেলা পোহৰ
চকু মেলা।।

এই গানটোও অসম আন্দোলনৰ সেই দিনবোৰতে লেখা। 'তেজীমলাৰো ৰাতি পুৱোৱা নাছিল। আজি অসমৰো ৰাতি পুৱোৱা নাই। সকলোফালৰে পৰা অসম বঞ্চিত।'

অসম আন্দোলনৰ সেই সন্ত্ৰাসময় দিনবোৰৰ কথা। চাৰিওফালে মৃত্যু আৰু হিংসা। সেইবোৰে কবিৰ মনটোক বেয়াকৈ আঘাত দিছিল। তাৰ ওপৰত আছিল তেওঁৰ আৰু তেওঁৰ সহকৰ্মীবোৰৰ ওপৰত চলা সামাজিক নিৰ্যাতন। আজীৱন সমাজৰ হিতৰ কাৰণে চিন্তা কৰা কবি সমাজৰে একাংশৰ দ্বাৰা মানসিকভাৱে আঘাত

প্ৰাপ্ত হৈ শাৰীৰিক ভাবেও ভাগি পৰিছিল। আৰু এই আঘাতেই তেওঁক শয্যা লবলৈ বাধ্য কৰিছিল।

এদিন, সন্ধিয়া। আন্ধাৰ নামি আহিছে। কবি বিচনাত শুই আছে। ওচৰতে কবিৰ জীয়ৰী মনজ্যোৎস্না। তাই এনেয়ে এটি সুৰ গুণগুনাই আছিল। সেই সুৰটিয়ে কবিৰ মনক চুই গ'ল। সেই সুৰটোকে ভেটি কৰি লেখিলে 'তেজীমলা'।

মই চাকিৰ তলৰ ছাঁ
শিৰৰ শিখা কঁপিলে মোৰ
কঁপি উঠে গা
মোৰ নিজৰ উত্তাপ নাই
মই উত্তাপৰ বা।।

জুই শিখা দেহা যাৰ
ছায়া তাৰ অন্ধকাৰ
চিত্ৰলেখা যেন উষাৰ
ঢাক খালে স্বপ্ন যাৰ
মোৰ বাবে নাই হাঁহি
নাই কাৰো হুমুনিয়া।।

এই গীতটি লেখা হৈছিল ১৯৭৮ চনত। সেই সময়ত অসমখনক যি দুৰ্যোগ যি হাহাকাৰে হেঁচা মাৰি ধৰিছিল, যেনেদৰে উশাহ বন্ধ হোৱা পৰিবেশ এটিৰ সৃষ্টি হৈছিল সেই ভাবৰ পৰাই জন্ম হৈছিল এই গীতটি। এই সময়খিনিৰ কথা মনত ৰাখিলে গীতটিৰ মৰ্ম বুজাত সহজ হয়।

ইংৰাজীত এটা গল্প আছে। ঘোঁৰাগাড়ী এখন গৈ আছে, গাড়ীখনৰ তলে তলে কুকুৰ এটাও গৈ আছে। যেতিয়া গাড়ীখন ৰ'ল, কুকুৰটো গাড়ীৰ তলৰ পৰা ওলাই আহিল, আহি এঙামুৰি এটা কাঢ়িলে যেন গাড়ীখন সিহে চলাই আহিছিল। কবিৰ ভাব হয় তেৱোঁ যেন সেই কুকুৰটোহে, যিটো কাম কৰা নাই তাৰ আলম লৈছে।

তেনেদৰে এটা চাকি দেখিলে কবিৰ ভাব হয় যে তেওঁ চাকিৰ তলত পৰি ৰোৱা ছাঁ, যাৰ একো উত্তাপ নাই। মানুহৰ জীৱনটো প্ৰায় তেনেকুৱাই। 'বাহিৰত এটা উদ্দীপ্ত চাকি জ্বলি আছে , উদ্দীপ্ত জীৱন এটা জ্বলি আছে অথচ আমি তাৰ ছাঁটোহে পাইছোঁ। সেই মহাজীৱনৰ উত্তাপ আমাৰ জীৱনত নাই। সেই চাকিৰ শিখাটো কঁপিলে আমি কঁপো, কিন্তু সেই চাকিৰ পোহৰৰ উত্তাপ আমাৰ নাই।'

লৰিয়লি সৰু চৰাই
ডৰিয়লিত পৰি জিৰায়
বৈ যা অ' বৈ যা
নাৱৰীয়া।।

বাউলি সোৱণশিৰি
যায় অ' বৈ যায়
ৰ'দালিৰ ঢৌ লাগি
জিলেমিলায়
পানী যুৰলিত পখী
জুৰণীয়া।।

ই যে মোৰ আপোন মাটি
পৰাণ জুৰায়
ই যে মোৰ দেশৰ পখী
নিদিবি খেদাই
দেশ এৰি যাব চৰাই
উৰণীয়া।।

আমাৰ ৰাজ্যত এটি ধাৰণাৰ প্ৰচলন আছে - অন্য ঠাইৰ পৰা ইয়ালৈ অহা মানুহক বিদেশী বুলি কোৱা হয়। মুছলমান মানুহ দেখিলে বহুতেই ভাবে যে এইখিনি বাংলাদেশী মুচলমান। আমাৰ দেশতো যে মুচলমান ধৰ্মাৱলম্বী লোক থাকিব পাৰে তেওঁলোকে ভাবি নেচায়। কিয় এনে ধাৰণাই শিপাবলৈ পালে তাক কোৱা টান। বহু সামাজিক ঘটনাই এই ধাৰণাকে দৃঢ় কৰাত সহায় কৰি আহিছে। অসমৰ বিদেশী বহিষ্কৰণ আন্দোলনৰ সময়ত বিদেশী আৰু বহিৰাগতৰ পাৰ্থক্য কোনোবাই কোনোবাই নোহোৱা কৰিও দিছিল। 'মানুহ দেখিলেই তৎক্ষণাত বিদেশী বুলি কোৱাটো ঠিক নহয়। জ্যোতিপ্ৰসাদ আগৰৱালাৰ উপৰি পুৰুষ মাৰোৱাৰী, সূৰ্যকুমাৰ ভূঞাৰ উপৰি পুৰুষ বিহাৰী, প্ৰসন্নলাল চৌধুৰীৰ উপৰি পুৰুষ ৰাজপুত। বিহাৰী বুলি সূৰ্যকুমাৰ ভূঞাক আমি ইয়াৰ পৰা খেদি দিম নেকি? জ্যোতিপ্ৰসাদক? নোৱাৰোঁ। তেওঁলোকক খেদি দিয়াৰ কথা নাভাবিবা। তেওঁ মোৰ আপোন মাটিত পৰি জিৰাইছে, বিচাৰ কৰিবা কোন তোমাৰ আপোন, কোন তোমাৰ পৰ।'

নদীৰ পাৰৰ একো একোটি অংশৰ নাম মোচৰ আৰু ডৰিয়লি। যিখিনিত নদীখনে বেঁকা ভাঁজ লৈ পুণৰ চিধা হৈ যায় সেই বেঁকা অংশটোক কোৱা হয়

মোচৰ, আৰু ডৰিয়লি হ'ল এটা মোচৰৰ পৰা আনটো মোচৰলৈ জুৰি থকা চিধা পাৰটো। লৰিয়ৰি এবিধ সৰু চৰাই, ঘনচিৰিকাৰ দৰে। পানীৰ ওপৰত পৰে, বালিত পৰে। কবিৰ বাবে ক'ৰবাৰ পৰা আহি অসম পোৱা মানুহখিনিও এই লৰিয়ৰি চৰায়েই। প্ৰত্যেকজন মানুহেই জীৱন নদীৰ একো একোটা মোচৰৰ পৰা ওলায় আৰু ডৰিয়লিত জিৰায়। এই সৰু লৰিয়ৰি চৰাইটোও আহি আমাৰ মাটিত পৰি জিৰাইছেহি। সি পানী যুৱলিৰ সৌন্দৰ্য বৃদ্ধি কৰিছে, সৰু হ'লেও সি মোৰ দেশৰ মানুহৰে পৰাণ জুৰাইছে। সি উৰণীয়া চৰাই, খেদি দিলে উৰি যাব। কিন্তু তাক খেদি দিব নালাগে।

এই গীতটিও অসম আন্দোলনৰ সময়তে লেখা। সেই সময়চোৱাত মানুহৰ মনৰ মাজত যি ধৰণৰ বিদ্বেষ, অবিশ্বাস আৰু শত্ৰুতাৰ ভাবে জন্ম লৈছিল তাকে দেখি কবি ব্যথিত হৈ পৰিছিল। সেই ব্যথাবোধৰে প্ৰকাশ এই গীতটি।

চোতালত চোন বোকা পানী
খোজ দিলেই পিছলা
পদে পদে বিপদ দেখোন
কেলেই গুণি নাচালা।।

এই চোতালত কেনেকৈ
বিহুৰ দিনত নাচিবা
এই চোতালত কেনেকৈ
বুকুৰ মৰম যাচিবা
এনেহেন চোতালখন
খলাবমা কৰিলা।।

পাৰা যদি আজিও
চাঁচি দিয়া পিঠিখন
পাৰা যদি পঠোৱা
সাঁচি থোৱা চিঠিখন
আপোনজনে জানক তেও
ওখ-চাপৰ মাৰিলা।।

এইটো আন্দোলনৰ পৰবৰ্তী কালৰ গান। চোতালখন মানে কবিৰ কল্পনাৰ সৃষ্টিৰ পথাৰখনক আন্দোলনটিয়ে বোকাময় কৰি পেলালে। পিচল কৰি পেলালে। এই চোতালত নাচ - বিহু - প্ৰেম কেনেকৈ সম্ভৱ। ইয়াততো তুমি একো সৃষ্টি

কৰিব নোৱাৰা। কিন্তু এতিয়াও সময় আছে, চেষ্টা কৰা, চেষ্টা কৰিলে হ'ব। কাৰণ মই মানুহৰ শুভ ইচ্ছা আৰু শুভ শক্তিত সদাহে বিশ্বাস কৰি আহিছোঁ।'

সজালোঁ শৰাই আই
দুখৰে শৰাই
তয়ে দিয়া হাঁহি লৈয়ে
আছিলোঁ জীয়াই।।

তয়ে দিয়া ফুলে ফুলে
তোৰে ছবি চাই
আজি দেখোঁ ফুলে ফুলে
তোৰ হাঁহি নাই।।

মন্দিৰ ভাঙি নিয়ে
অকালৰে বাই
থাপনাৰে চাকি ঢাকে
আকালৰে ছাঁই
আজি সেয়ে চকুলোৰে
সজালোঁ শৰাই।।

এইটোও আন্দোলনৰ সময়ৰে গান। খগেন মহন্তই সুৰ দিছিল, অৰ্চনা মহন্তই আকাশবাণী গুৱাহাটী কেন্দ্ৰ যোগে গাইছিল।

ময়েই মাতিছোঁ
পৰে পৰে মই মাটিৰ বুকুৰ ডাক
সময় হলেই সঁকীয়াই দি
জগাওঁ ময়ে তোমাক।।
মুকলি ৰাতিৰ তৰাৰ চাকিৰ
শিখাৰ নাচোন চাই
তুমি ভাবা, জানো বতৰ দাঙিলে
আৰু ক'লা মেঘ নাই
মই ডাক দিওঁ
বতৰ পাতিব
ডাৱৰে লৈছে পাক।।

এনেকৈয়ে ময়ে সময়ে সময়ে
দিয়েই আছিলোঁ মাত
নুবুজিলা নে নুশুনিলা তুমি
হেৰুৱালা ঘাই বাট
কাণ দিয়া যদি এতিয়াও মই
পৰে পৰে দিওঁ ডাক।।

শিল্পী বা সাহিত্যিক হ'ল ভবিষ্যদ্রষ্টা। এওলোকে ভবিষ্যত দেখা পায়, ভবিষ্যৎৰ কথা আগতেই ক'ব পাৰে। এই ভাবটোৱেই গীতটিৰ মূল। কুকুৰা চৰাইবোৰে যে সময়ৰ ডাক দি থাকে তেনেদৰে ভবিষ্যদ্রষ্টা কবিয়ে সময়ৰ ডাক দি আহিছে। কিন্তু সেই ডাক কোনেও শুনা নাই।

নিজৰ ঘৰতে তই
নিজ হাতে লগালি জুই
ভিতৰৰ নললি গম
তাতে কুটুমো আছিলে শুই।।

মই জগাই দিলোঁ
জগাইছিলোঁ
তই মোলৈহে দাঙিলি দা
অ' কলিজাত লগালি ঘা।।

আইৰ চকুৰ চকুপানী দুয়ো দেখিছিলোঁ
আইৰ চকুলো মচিবলৈ দুয়ো ওলাইছিলোঁ
চোপ লৈ আছিল অ'
আইৰ শতৰু
কিয় যে নাপালি দেখা।।

তোকে মোকে দুফাল কৰি সিহঁতে পাতিলে জাল
সেই জালত ভৰি দি তই চপালি দুয়োৰে কাল
মই সঁকীয়াই দিলোঁ অ'
সঁকীয়াইছিলোঁ
তোৰ নলৰিল গা।।

আন্দোলন আৰু তাৰ পৰৱৰ্তী কালত অসমত যি হিংসা আৰু হত্যাৰ পৰিবেশে জন্ম লৈছিল সেই পৰিবেশৰ প্ৰতিবাদ এই গীত। 'তেওঁলোকে কিছুমান মানুহক বেয়া বুলি ভাবি মাৰি পেলাইছিল। মানুহটো বেয়া হ'ব পাৰে, কিন্তু এটা মানুহক মাৰি চিষ্টেমটো শেষ কৰিব পাৰি জানো? পাপীক মাৰি পাপ শেষ কৰিব নোৱাৰি। এজন পাপী মৰিল ঠিকেই কিন্তু চিষ্টেমটো অব্যাহত থাকিল। কাইলৈ আৰু এজন পাপী নোলাব জানো? এইখনতো তোৰ নিজৰেই ঘৰ, কাৰোবাক শাস্তি দিম বুলি ভাবি নিজৰ ঘৰখন নষ্ট কৰিছ কিয়? এই কথাটো মই আগতেই কৈছিলো।'

আগতে মানে আন্দোলনৰ সময়তে। আৰু তাৰ ফল হৈছিল কি?

'দাখন কবিৰ পিনেহে দাং খাইছিল।'

# পাৰ হৈ গ'ল ধুমুহা এজাক

'মোৰ গীতৰ প্ৰধান ধাৰাটো হৈছে সামাজিক গীতৰ। এই গীততেই মই নিজকে বিচাৰি পাইছোঁ।'

আমাৰ আৰ্থ-সামাজিক ব্যৱস্থাত সাধাৰণ মানুহবোৰে নানান ধৰণৰ দুৰ্গতি ভোগ কৰিব লগাত পৰে। দুৰ্গতি ভোগ কৰিয়েই থাকে।

এই মানুহবোৰ জীৱনৰ হাঁহি-কান্দোন, দুখ-বেজাৰ-সংগ্ৰামকেই কবিয়ে গীতত প্ৰকাশ কৰিব বিচাৰে।

আমাৰ মৰা সুঁতিৰ বুকুত উঠে বান।
ঘোপ মৰা আঁউসীৰ নিশা পৰে ওৰ
জীয়া মাটি খৰাং কৰা গুচে ৰ'দ বোৰ
ভৰি ভৰি পৰে জুৰি জান।।

ৰাতি পুৱাল অ'
ৰাতি পুৱাল নাঙল লোৱা হালৰ বলদযোৰ
টোপনিৰ আলজাল ভাঙা দেউতা মোৰ
এই বছৰৰ ভৰ বাৰিষা নাহে দুনাই ঘুৰি
বৰযুগৰ জীপ পৰিছে বহল পথাৰ জুৰি
সিঁচি যোৱা কঠিয়াৰে ধান।।

এই কঠীয়াৰ পুলি গজক জাবৰ গুচাই দিবা
লহপহকৈ শইচ বাঢ়ক ছেগতে গোছ ল'বা
এই ধৰণীৰ মৰণ গুচাই জীৱন দিবা গাঁথি
তোমাৰ হাতত মৈ নাঙল তোমাৰ হাতত মাটি
চকুত তোমাৰ পলস পৰা গান।।

একো একোটা সময়ত মানুহ জাগি উঠে। মৰা সুঁতিটো দুখ-জৰ্জৰ মানুহৰ জীৱনৰ প্ৰতীক। এই মৰা সুঁতিও জীয়াই উঠিব।

বুকুত এজাক ধুমুহা
উফন্দি উঠিছে ঢৌ
অ' বাঢ়নী নৈ কৈ দে দে কৈ
(মোৰ) যাবৰ হ'ল নে নৌ।।

দুলি, দুলি ওন্দোলি
উঠিছে আকাশ
মেঘে মেঘে ঘুৰিছে
বাউলী বতাহ
অ' বাঢ়নী নৈ ৰৈ আছোঁ মই ৰৈ
(মোৰ) বুকুত কি থৌকি বাথৌ।।

পাৰত লাগিছে খলক
কঁপিছে পুৰণি গৰা
চকুত লাগিছে চমক
বুকু পুলক ভৰা
অ' বাঢ়নী নৈ তোৰ ঢৌ লাগি মই
(আজি) নিজে হলোঁ যে ঢৌ।।

এইটো কবিৰ এনে এটি গীত যি গীতত কিছুমান প্ৰতীকৰ ব্যৱহাৰ কৰা হৈছে। যেনে ধুমুহা, নদীৰ ঢৌ ইত্যাদি। এই প্ৰতীক বিলাকেৰে কবিয়ে নিজৰ মানসিক অৱস্থাৰ কথা বুজোৱাৰ চেষ্টা কৰিছে।

এটা ডাঙৰ কাম কৰাৰ আগতে মানুহে নিজকে মানসিক ভাবে প্ৰস্তুত কৰিব লাগে। কাম আৰম্ভ কৰাৰ আগতে মনত যি দ্বিধাৰ ভাব আহে সেই ভাবৰ প্ৰকাশেই এই গীত। কবিৰ ভাষাত ই তেওঁৰ মানসিক আৰ্তনাদ।

ভুঁইচম্পা ফুলপাহে অকলে
এই মাটিৰ কোলাতে অকলে
মনে মনে ৰঙা পাহি মেলি
এই বননিৰ ৰং ৰূপ চৰালে।।

তুমি কোন মালিনী
হাত কিয় মেলিছা
ছিঙো বুলি ফুলপাহ

তুমি জানো দেখিছা
এই মাটিৰ কোলাত
ভুঁই চম্পাৰ কি উলাহ
ছিঙি লৈ নাযাবা পথৰুৱা ফুল
ফুলক অকলে অকলে।।

তাত সজাল ৰোৱাবোৰে কথা পাতে
তাত তেজাল পথাৰৰ মৰমে নাটে
তাত দূৰ দূৰণিৰ বতাহ জাকে
কাৰ ছন্দৰ দোলনিৰে বেথা যাচে
মৌ মাখি জাক
এৰি থৈ মৌচাক
উৰি উৰি ঘুৰি ফুৰে তাত
কাৰ মৰমৰ নীৰৱ তানত
নিছিঙিবা, ফুলি থাওক অকলে।।

কবিৰ বহু কথাই ক'বলগীয়া আছে কিন্তু তেওঁ ক'ব পৰা নাই বা নোৱাৰে। তেওঁৰ বহু গীততে এই কথাটো প্ৰকাশ পাইছে। এই গীতটোতো সেই কথাকেই বেলেগ ধৰণে প্ৰকাশ কৰা হৈছে।

ইয়াত তেওঁ নিজকে ভুঁইচম্পা ফুল এপাহৰ লগত ৰিজাই চাইছে। অকলে অকলে প্ৰায় মাটিত লাগি ফুলি থকা ভুমি চম্পা যাক কবিয়ে ভুঁইচম্পা নাম দি লৈছে, তাৰো মনত বহু কথাই আছে, কিন্তু সি অকলে থাকে, কাকো নকয়। সেই ফুলপাহৰ দৰে কবিৰ মনতো বহু কথাই অকথিত হৈ ৰ'ল।

'ৰজনী বিদূৰ দিশ ধৱলী বৰণ'
দেখিলোঁ তোমাৰ আই শ্যামল চৰণ।।

পাৱৰ ধূলি দিয়া মাতৃ
মূৰ দোৱাই লওঁ
বাহুৰ শক্তি দিয়া মাতৃ
মূৰ দাঙি কওঁ
মই ৰাখিমেই পণ।।

আজিহে আহিল মোৰ মংগল লগন
কৰিলোঁ আজিয়ে আই সূৰ্য বৰণ
পণ মোৰ ৰণহীন পৃথিবী গঢ়াৰ
পণ মোৰ ভাগিৰথী গংগা অনাৰ
পণ মোৰ দ্ৰোণৰ বেহু চূৰ্ণ কৰাৰ
পণ মোৰ উত্তৰাৰ চকুলো মচাৰ
বাজে আই পাঞ্চজন্য সাজু সুদৰ্শন।।

গীতটিৰ প্ৰেৰণা লোৱা হৈছে বৰগীতৰ পৰা। ৰাতি শেষ হ'ল, দিকবলয় পোহৰ হৈছে, সেই পোহৰত কবিয়ে দেখিছে মাতৃৰ সেউজীয়া ভৰি দুখন। আজিহে দেখিছে, কাৰণ আজিহে আন্ধাৰ শেষ হৈছে। দিশ ধৱলী বৰণৰ হৈছে।

গীতটিত ব্যবহাৰ কৰা বস্তুবোৰ ইমেজ লোৱা হৈছে মহাভাৰতৰ পৰা। ভগীৰথে গংগাক নমাই অনা, অভিমণ্যুই দ্ৰোণৰ বেহুৰ ভিতৰত সোমোৱা, শ্ৰীকৃষ্ণৰ পাঞ্চজন্য - এই আটাইবোৰ ইমেজ, বৰগীতৰ প্ৰেৰণা এইবোৰৰ মিশ্ৰণে গীতটিক এটি বেলেগ সোৱাদ দিছে । এই গীতত বৰগীতটি কবিৰ প্ৰেৰণাৰ উৎস। কিন্তু গীতটিৰ বিষয়, প্ৰকাশভংগীমা কবিৰ নিজৰ।

বৰ ঘৰৰ মেকুৰি সৰু ঘৰলৈ যায়
সৰু ঘৰৰ মানুহবোৰে চোপত চিনি পায়।।

অ' বোলো সৰু চৰুৰ ঢাকোনখন তুমিয়ে পেলোৱা নাইনে
সৰু মানুহৰ মুখৰ অন তুমিয়ে খোৱা নাইনে
আজি যিটি ৰূপ ধৰিছা স্বৰূপ লুকুৱাই
সৰু চকুত ধৰা সিটি পৰিছে সোণাই।।

বিড়ালীৰ তেজ নীলা নাকত নাই লাজ
বিড়ালী পৰৰ খোৱা নিজে নকৰে কাজ
বিড়ালে তপস্যা কৰে মৎসক নপাই
খাটি খোৱা মানুহবোৰে সেইটো বুজি পায়।।

অ' বোন্দা-জাঁই লোভ ঢাকিবলে' পাবা ব্ৰত আৰু বাণী
পাপৰ কৰাল ধুবলৈ' পাবা দানৰ পানী
কিন্তু এটি কথা শুনা অ' বোন্দা-জাঁই
ধূলিৰ চকুত ধূলি দিবলে' কোনো উপায় নাই।।

প্ৰচলিত গীত এটাত আছে 'সৰু ঘৰৰ মেকুৰি বৰ ঘৰলৈ যায়'। লোকগীত, লোক বিশ্বাসৰ প্ৰতি গভীৰ শ্ৰদ্ধাশীল কবিয়ে সেই প্ৰচলিত লোকগীতটিকে নিজৰ মতে বাখ্যা কৰিছে। 'মই হঠাতে সামাজিক ভাবে দেখিলোঁ যে কিছুমান মানুহে সমাজখনক শোষণ কৰি আছে। সিহঁত মেকুৰি, বৰ ঘৰৰ মেকুৰি। সিহঁত সৰু ঘৰত সোমায়। কিন্তু সৰু ঘৰৰ মানুহবোৰে সিহঁতক চিনি পায়।' বৰ ঘৰৰ মেকুৰিৰ তেজ নীলা। এই উপমাটি ইংৰাজীৰ খন্ডবাক্যৰ পৰা লোৱা।

পাৰ হৈ গ'ল ধুমুহা এজাক
ভাঙি থৈ মোৰ পঁজা
যেন উৰি গ'ল এৰাতি আন্ধাৰ
পোহৰ কাঢ়িব খোজা।।

অচিনাকি তুমি তেনেই নতুন
তেনেই কোমল হাত
চকুত তোমাৰ হাঁহিৰ নাচোন
আলফুলীয়া হাত
তুমি দেখোঁ আহি কলা হাঁহি হাঁহি
আকৌ এবাৰ সাজা।।

হয়তো তুমিয়ে মোৰ সাধনাৰ
প্ৰথম হেঙুলী পুৱা
হয়তোবা তুমি তুমিয়েই মোৰ
সূৰ্য হেৰাই যোৱা।।
তোমাৰ বলেৰে হবওতো পাৰে
এইবাৰ ঘৰ সঁজা।।

কবিৰ বেচিভাগ গীতেই তেওঁৰ বাস্তব জীৱনৰ উপলব্ধি। বিভিন্ন ঘাত-সংঘাতৰ মাজেৰে কবিৰ এই জীৱন পৰিচালিত হৈছে। তাৰেই উপলব্ধিত লেখা এই গীতটি।

আমি গঢ়ি লোৱা বহু বস্তু বাহিৰা শক্তি কিছুমানে আহি ভাঙি থৈ যায়। কিন্তু আমি এই ভাগি যোৱাখিনি চাই থাকিলে নহ'ব, তাক নতুনকৈ গঢ়ি ল'ব লাগিব। কবিয়ে অনুভব কৰিছে যে নতুন প্ৰজন্মটোৰ দেহত পুণৰ গঢ়ি লোৱা শক্তি আছে। এই ভঙা বা গঢ়াৰ কথাটো কবিয়ে ব্যক্তিগত পৰ্যায়ত কোৱা নাই, তেওঁ সামাজিক

**পৰিবৰ্তণৰ কথা কৈছে। 'নতুন ৰূপত যিটো আহিছে সিহঁত গঢ়াৰ শক্তি আৰু সংৰক্ষণশীল শক্তিবোৰ ভঙাৰ শক্তি।'**

**কবিয়ে ভাবিছে এন্ধাৰে আহি পোহৰ কাঢ়িবহে খুজিছে কিন্তু শেষ কৰিব পৰা নাই ..যেন উৰি গ'ল এৰাতি আন্ধাৰ পোহৰ কাঢ়িব খোজা ..সেই এন্ধাৰ ধুমুহাৰ দৰে পাৰ হৈ গুচি গৈছে। কেৱল কবিৰেই নহয়, এই গীতটি আমাৰ সকলোৰে জীৱনৰ উপলব্ধি। জীৱনত বাধা বিঘিনি আছেই, কিন্তু সেইবিলাক অতিক্ৰম কৰি গৈ জীৱনটো ল'ব পৰাটোহে আচল কথা।**

আকাশবাণীৰ কম্প'জাৰ হিচাপে ৰমেন বৰুৱাই সুৰ কৰা এইটোৱেই প্ৰথম গীত, গাইছিল পুলক বেনাৰ্জীয়ে। 'পুলকৰ কণ্ঠত এই গীতটি ইমানেই অপূৰ্ব হ'ল, যে পুলকে গীতটিত যেনেকৈ হৃদয় দি দিছে এতিয়া আন মানুহে গালে তাৰ চেহেৰাটো ফুটি নুঠে। পুলকৰ কণ্ঠতো ভালেই, স্বৰো কেতিয়াও স্খলন নহয়। অসমৰ শীৰ্ষস্থানৰ গায়ক হিচাপে সি খুব নিষ্ঠাবান।'

এনেদৰেই জন্ম হয় একো একোটি কালজয়ী গীতৰ।

অথলে নিয়ালোঁ সোণোৱালী যৌৱন
আকাশী কাৰেং সাজি সাজি বন্ধ কুঠৰীত।।

মেলিলা দুৱাৰ তুমি
ভাঙিলা ঘুমতি
ভাঙিলা সপোন মোৰ
যেন পুৱাল ৰাতি
ৰ'দালিৰ ৰং জিলিমিলি সুন্দৰ ধৰণীত।।

এতিয়া উভতি চালে
ইমান যে আন্ধাৰ
ভাহি উঠে ছবি মাথোঁ
জীৱন সন্ধ্যাৰ
এতিয়া তোমাৰ মাত
শুনি মই ভোল যাওঁ
এতিয়া তোমাৰ হাত
পাই মই মুল পাওঁ
পাওঁ প্ৰাণ মই জীৱন তোমাৰ ছন্দৰ দোলনিত।।

মানুহৰ জীৱনটোৰ বহুখিনি সময় অথলেই যায়। কিন্তু জীৱনৰ বহু কৰিবলগীয়া কাম ৰৈ যায়। বিশেষকৈ যৌবন কাল চোৱাত আমি বহু কাম কৰিব লাগে, কাৰণ যৌবনেই সৃষ্টিৰ প্ৰধান সময়। কিন্তু সাধাৰণতে দেখা যায় এই সময়চোৱা ৰং ৰহইচ কৰিয়েই কটোৱা হয়। সৃষ্টিৰ সময়খিনি অথলে নিওৱাৰ পিচত জীৱনত কেতিয়াবা ঘুৰি চাব লগীয়া হ'লে সন্ধ্যাৰ বিষণ্ণ ছবি এখনহে ভাহি উঠে। এই উপলব্ধিৰ পৰাই এই গীতটিৰ ৰচনা।

সোণেৰে গঢ়ালোঁ সচৰুৱা খাৰু
বৰলোকে পিতলৰ বোলে
বৰলোকৰ পিতলত সোণে চিকেমিকায়
দায় লাগে সমাজত ক'লে।।

ল পাক গুলচী ল
বিহুতলীত আহি শগুণ পৰিছেহি
যোৰে যোৰে মৰা শ
মন তামোল নহয় ফালি দেখুৱাবি
মুখ ফালি কথাষাৰ ক।।

নাচ বাই গুলচী নাচ
লঘোনীয়া পেটটোত ভালকৈ মাৰি ল
পানী গামোচাৰে ফাঁচ
পেট শুদা হ'লে নাচি জুটি পাবি
খোৱাবোৱাৰ কথাটো পাছ
বাই গুলচী এ'
এই বেলি এই বেলি পানী গামোচাকে ল।।

এই গীতটিও ধনী দুখীয়াৰ ব্যৱধানৰ গীত। দুখীয়া মানুহৰ প্ৰতি ধনী মানুহৰ আচৰণ সদায়েই পৃথক হয়, দুখীয়াৰ সঁচা কথাটোও ধনী মানুহে সহ্য কৰিব নোৱাৰে। গীতটিত ব্যংগাত্মক প্ৰকাশো আছে।

সুমলাৰ জীয়েকক চাওঁ বুলি সোমালোঁ
সোণাপুৰত কিহবাৰ জুই
সুমলাৰ তাঁতশাল উঁয়ে কুটা দেখিলোঁ
তাঁতশালিত সোণগুঁই।।

এইখিনিতে আছিলে কাজী সুমলা
এইখিনিতে আছিলে তাঁত
হাতৰ কামী-কাঠী এৰি দুপৰীয়া
আহি লগাইছিলোঁ মাত
সেইজনী সুমলাৰ জীয়েকৰে জানো
এইকুৰা চিতা-জুই।।

ওপৰে উৰিলে ৰূপৰ উৰাজাহাজ
শুনিলোঁ ৰিঙিয়াই কোৱা ঃ
'এৰাবাটে আহিলা এৰাবাৰী সোমালা
ককাদেউতা উভতি যোৱাঁ'
উভতি যাবলৈ পাম কিমান বেলি
বেলি জানো থাকিব শুই।।

'সুমলাৰ তাঁতশাল সোণাপুৰ চহৰখন' বুলি এটা কম প্ৰচলিত লোকগীত আছে। কবিৰ প্ৰায়বোৰ গীততেই লোকগীতে কিবাকৈ ভুমুকি মাৰেই। এই কথাটো কবিয়ে তেওঁৰ মাকৰ পৰা লাভ কৰিছে। কবিৰ মতে তেওঁৰ মাকৰ দান। কবিৰ মাক আছিল লোকগীতৰ ভড়াল। কথাই কথাই যোজনা-ফঁকৰা গাব পাৰিছিল। 'সুমলাৰ তাঁতশাল' লোকগীতটিও কবিয়ে সৰু কালতে মাকৰ মুখতে শুনিছিল।

এদিন কবি বাচেৰে নগাঁৱলৈ গৈ আছিল। শহুৰেকৰ ঘৰলৈ যাব। গৈ গৈ সোণাপুৰ পালে। সোণাপুৰ পোৱাৰ লগে লগে কবিৰ মনটো সুমলাৰ ঘৰত সোমাল। উদ্দেশ্য ইমান দিনে লোকগীতত শুনি থকা সুমলাক, সুমলাৰ জীয়েকক চাই যাব। নাই, সুমলা নাই, সুমলাৰ জীয়েকো নাই। তাঁতশালখন নাই। সোণাপুৰত এতিয়া কিহবাৰ জুই। সেই জুয়ে সকলো পুৰি পেলালে। ইফালে সিফালে চাওঁতে কবিয়ে দেখিলে সুমলাৰ তাঁতশালখন উঁয়ে কুটা পেলাইছে। তাঁতশালি মানে তাঁত থকা চালিখনত কবিয়ে দেখা পালে এটি সোণগুঁই। লোক বিশ্বাস মতে সোণৰ বৰণৰ গুঁইসাপ এবিধ আছে, সোণ গুঁই বুলি কয়। সোণগুঁই যেতিয়া কাৰোবাৰ ঘৰত সোমায় সেই ঘৰখন ধ্বংস হৈ যায়। কোনোবাই যেন কবিক চিঞৰি ক'লে ককাদেউতা, তুমি উভতি যোৱা। এতিয়া উৰা জাহাজৰ দিন। তুমি বিচৰা তাঁতশালখন এতিয়া আৰু নাই।

বাচত নগাঁৱলৈ গৈ থাকোতেই কবিয়ে গীতৰ প্ৰথম দফাটো লেখিলে মনৰ মাজতে। বাকী লাইনকেইটা নগাঁৱত।

কিমান নাও যে ঘাটত লাগিল
গধুলিৰ আগে আগে
ইমান পৰেও আহি নাপালাহি
আৰু নাহিবাই চাগে'।।

কলীয়া ডাৱৰে আকাশ ঢাকিছে
মেঘৰ গাজনি ঘন
ৰৈ ৰৈ ৰঙা বিজুলী মাৰিছে
ছাটি ফুটি কৰে মন
আপোন সকলো গ'ল লগে ভাগে
মোকো যে তোমাক লাগে।।

পল পলকৈ ওচৰ চাপিছে
ৰাতিৰ আন্ধাৰ বোৰ
ৰৈ ৰৈ ঘনে জিকাৰি উঠিছে
অবুজন মন মোৰ
জানোবা তোমাৰ আজি কিবা হয়
মোৰো বা সপোন ভাগে।।

জীৱনত আমি যিটো বিচাৰোঁ তাক নেপাওঁ। এই গীতটিৰ মূল ভাব এইটোৱেই। আটাইবোৰ নাও আহি ঘাটত লাগিল, বিচাৰি থকা মানুহজনহে নাহিল। কিজানি কিবা ধুমুহা-তুমুহাত পৰি মানুহটো মৰিলেই। অনন্ত প্ৰতীক্ষা আৰু সেই প্ৰতীক্ষাৰ লগত মিহলি হৈ থকা শংকা -এই বিমূৰ্ত ভাবটিক চিত্ৰকল্পৰে প্ৰকাশ কৰা হৈছে।

গুৰু গুৰু গাজে গুৰু গুৰু
মেঘালী আকাশ বাউলী।।

কচোন কাচাঁহে খমখমীয়া
দিয়াহে উৰুলি সুৰীয়া
সাজোন সাজাহে ধুখুমীয়া
আজি মেঘৰে মাটিৰে বিয়া
উৰো উৰো মন উৰো উৰো
ৰাখিব নোৱাৰো আঁকোৱালি।।

গজিব তপত ধৰাই ঢাকি ৰখা দুবৰি সেউজীয়া গজিব
মৰিব শুকান মনৰ বুকু পোৰা মৰুৰে হুমুনিয়াহ মৰিব

হুৰ হুৰ হুৰ বৰ্ষা আহিল
বৃষ্টি নামিল বলীয়া
সৃষ্টি হ'ব সৃষ্টি হ'ব বিনন্দীয়া
আজি চিত্ত উঠিছে উতলি।।

যৌৱন আমাৰ সঁচা হয় যদি
প্ৰীতি যাউতিযুগীয়া
তৃষ্ণা আমাৰ সঁচা হয় যদি
সৃষ্টিও হব ধুনীয়া
প্ৰণয়-সজল কাজল মেঘৰ
পৃথিবী আজি দুলালী

মেঘ আৰু মাটিৰ সংগমৰ ফলতেই সৃষ্টি হয় শস্য শ্যামলা পথাৰৰ। এইটো বৰষাৰে এটা ৰূপ। এই ৰূপকলৈয়ে কবিয়ে এই গীতটি লেখিছিল। পৃথিবীলৈ নামি আহিবলৈ মেঘালী আকাশ বাউলী হৈ পৰিছে।

হৃদয় সাগৰ হ'ল
নিনাদেৰে ডাৱৰৰ
মনে মোৰ চালি ধৰি
নাচে নাচ ময়ুৰৰ।।

মেঘৰ ওঁঠত জ্বলে বিজুলীৰ জুই হাঁহি
ধুমুহাৰ কণ্ঠত উদাত্ত জয়ৰ বাঁহী
উখল মাখল কিনো আকাশৰ অন্তৰ
মাটিৰ প্ৰাণত জাগে স্পন্দন নতুনৰ।।

বৰষে যদি শিলা আজিয়েই বৰষক
দৈবকা শৃংখল আজিযেই খঁহি যক
হওক আজি অষ্টমী অভিনব জনমৰ
আয়তী, উৰুলি দিয়া মংগল লগনৰ।।
বৰষাৰ এই গীতটোও একেই ভাবৰে গীত। ইয়াতো একেই সৃষ্টিৰ সপোন।

ইয়াতে গাভৰু আছেনে
সিঁহতে বিহু নাচেনে
পেৰাৰ তলীত সিইঁতে বাৰু
ধনলৈ গামোচা সাঁচেনে।।

নেলাগে যাবলৈ হুচৰি গাবলৈ
স্বৰ্গদেউৰ পদূলি মুখত
ককাই তই ঢুলীয়া কিয় হবি দুলীয়া
দোলা ববি কিহৰ দুখত
ৰাইজৰ বিহুতলী উদুলি-মুদুলি
তোৰে মন পিচলা নাইনে।।

চকুৰে চকুৰে চাবৰ মন যায় চাগে'
বুকুৰ আপোনজনক পাবৰ মন যায় চাগে'
দিখৌৰ পাৰ দূৰণি দিখৌৰ পাৰ পুৰণি
ন বিহুতলীখন চা
সদিয়া ধুবুৰী খাইছে উবুৰি
নতুনৰ উঠিছে গা
ৰাইজে লগ লাগি লগ বিহু পাতিছে
তোৰো গা উতলা নাইনে।।

কবিৰ যৌবনৰ দিনৰ সময়ৰ কথা। আজিকালি যেনেদৰে গামোচা দিয়া প্ৰথা এটাৰ প্ৰচলন হৈছে তেতিয়া সেইটো নাছিল। বিহুৰ সময়ত গান-চান গোৱা কোনোবা এজনক কোনোবাই সোধা কবিয়ে শুনিলে - তহঁতক গান গাওঁতে গামোচা চামোচা দিলে নে নাই অ'। সেই কথাটিৰ পৰাই কবিৰ কল্পনাই দৌৰ ধৰিলে। বিহুত কোনোবা ডেকাই বিহু গাবলৈ যাব, তাৰ বাবে কোনোবা গাভৰুৱে গামোচা সাঁচি থৈছেনে বাৰু?

কবিৰ কল্পনা সিমানতে শেষ নহয়। সমাজৰ শ্ৰেণী বিভাজনৰ কথাই আহি কবিৰ আমনি কৰিলে। বিহুৱা ডেকাটো শিল্পী, সি স্বাধীন। সি গান এৰি ৰজাঘৰৰ শ্ৰমিক হ'বলৈ যাব নেকি? 'তই ঢুলীয়া, স্বাধীন ভাবে ঢোলটোকে বজাই থাক, ৰজাঘৰৰ দুলীয়া হ'ব নাযাবি। ৰাইজৰ মুকলি উৎসব বিহুটোক শাসক শ্ৰেণীয়ে নিজৰ স্বাৰ্থত ব্যৱহাৰ কৰিবলৈ যাব, তাৰ বিৰুদ্ধে কথাটো কৈছোঁ মই।'

বিহু পথাৰৰ গছৰ তলৰ পৰা আহি মঞ্চ পালেহি। এই কথাটোত কবিয়ে

আপত্তি কৰা নাই। সমাজ পৰিবৰ্তণত বিশ্বাসী কবিয়ে এই পৰিবৰ্তণক আদৰণিয়েই জনাইছে। বিহুতো আগতে উজনিৰ বিহু হৈ আছিলে, এতিয়া সমগ্ৰ অসমৰে বিহু হৈছে। এই কথাটোত কবিয়ে আনন্দ পাইছে।

ৰত্নগৰ্ভা আই অ' তোৰ অন্নপূৰ্ণা বেশ
ধন্য তোৰ গোপন ধনেৰে বঞ্চিত এই দেশ।।

সকলো আছিল তথাপিতো আই দিব নোৱাৰিলি একো
এই গ্লানিৰ অগ্নিয়ে তোৰ ডেই পুৰি মাৰে বুকু
দোকমোকালিৰ দূত পখীটিয়ে ফেঁহুজালি দি যায়
ন পোহৰৰ ঢলেৰে দিগন্ত উঠিছে যে সাৰ পাই।
নতুন উষাৰ সূৰ্য উদয় অন্ধকাৰৰ শেষ।।

হাতে হাতে ল পূৰ্ণ কৰণি বৰণীয়া পদুমৰ
বাটে বাটে ফুল সিচাঁৰ লগন অভিনৱ জনমৰ
আজি হ'ব আই শিশু সূৰ্যৰ মোহন অভ্যুদয়
মোহাৰি চকুলো সমুখলে' চা মুক্ত দিগবলয়
পদুমৰ কোঁহ পূব প্ৰান্তত আলোকৰ উন্মেষ।।

প্ৰাকৃতিক সম্পদেৰে অসমখন ঠাই থকা দেশ। কিন্তু আমাৰ মানুহে সেই সম্পদৰ পৰা একো উপভোগ কৰিবলৈ নাপায়। ৰাজনৈতিক আৰু অৰ্থনৈতিক প্ৰবঞ্চনাই ইয়াৰ মূল কাৰণ। এই কথাটোৱে কবিৰ মনত দুখ বোধৰ জন্ম দি থাকে। তেনে উপলব্ধিৰে এই গীতটি ৰচনা কৰা হৈছিল। আশবাদী কবিয়ে আশা কৰিছে যে পৰবৰ্তী প্ৰজন্মই এই দুখ মোচন কৰিব।

১৯৫৫-৫৬ চনত 'প্ৰবাহ' নামৰ আলোচনী এখন প্ৰকাশ পাইছিল।

কবি আছিল তাৰ সম্পাদক। আলোচনীখন দোকানত যিটো হাৰত বিক্ৰি হৈছিল সেইটোলৈ চাই সম্পাদনা সমিতিয়ে ভাবিলে যে এনেদৰে আলোচনীখন জীয়াই ৰখাটো কঠিন। ভাবিলে কিছু সংখ্যক বছৰেকীয়া গ্ৰাহক কৰিব পাৰিলে সেই গ্ৰাহকভুক্তিৰ টকাৰে আলোচনীখনৰ প্ৰকাশ নিশ্চিত কৰিব পৰা যাব। সেই ভাবনামতেই অসমৰ বিভিন্ন ঠাইত বছৰেকীয়া গ্ৰাহক ভুক্তিৰ অভিযান চলিল। তেনে অভিযানত কবিয়েও অংশ ল'লে।

এই উদ্দেশ্যত গৈ কবিয়ে কামগাওঁ বোলা চাহবাগিছা এখন পালে। তাত

কবিৰ এজন চিনাকি লোক আছিল, নাম ঘনকান্ত কলিতা। তেখেতে আৱাহনত গল্প লেখিছিল। তেখেতৰ ঘৰতে কবি থাকিল আৰু সেইখন ঘৰৰ পৰাই গ্ৰাহকভুক্তিৰ অভিযান আৰম্ভ হ'ল। তেখেত নিজে গ্ৰাহক হ'ল আৰু কাৰ কাৰ ঘৰলৈ গ'লে ভাল হ'ব তাৰ পৰামৰ্শ দিলে।

এই পৰামৰ্শমতে এজন বাবুৰ ঘৰ বিচাৰি কবি গৈ আছিল। ৰাস্তাত কবিৰ পিয়াহ লাগিল। এনেতে দেখিলে যে দুটা টিনত পানী এভাৰ লৈ বনুৱা এজন আহি আছে। ৰ'দ সেই টিং দুটা চিকমিকাই আছিল। বাগানত কাম কৰা বনুৱাবোৰে হাতত একোটা কচুপাত লৈ সেই টিনৰ পৰা দিয়া পানী খাইছিল। কবিয়েও পানী বিচাৰি ওচৰ চাপি গ'ল আৰু পানী খুজিলে।

কবিয়ে পানী খোজা দেখি বনুৱা কেইজনীমানে হাঁহি দিলে। এজনীয়ে ক'লে -তুই হামাদৰে পানী হামাদেৰ মতন কৰে খাবি? কবিয়ে চেষ্টা কৰিম বুলি ক'লে, কোনোবা এজনে কচুপাত এটা যোগাৰ কৰি দিলে। কবিয়ে সাৱধানে পানী খালে, অলপ পানী মাটিতো পৰিল।

বনুৱা তিৰোতাজনীয়ে ক'লে - খালি বাবু?

কবিয়ে ক'লে - দেখা নাই, খালোঁ।

এনেদৰেই কবিয়ে সিহঁতৰ লগত এষাৰ দুষাৰ কথা পাতিবলৈ আৰম্ভ কৰিলে। সিহঁতেও হয়তো আগতে এনেদৰে কথা পতা মানুহ লগ পোৱা নাছিল। অলপ সময় কথা পাতাৰ পিচত সিহঁতৰ লগত কবিৰ আত্মীয়তা বাঢ়িল। চাহ গছৰ গুৰিত দিয়া বগা গুড়ি (এমোনিয়াম চালফেট) বোৰলৈ আঙুলিয়াই কবিয়ে সুধিলে - এইবোৰ কি অ'?

তাই হাঁহি ক'লে - চাহ গাছেৰ চিনি। চাহেবৰা আমাদেৰকে লাল চাহ খাইতে দেয় আৰ চাহ গাছে দেয় চিনি।

কথাষাৰে কবিৰ বুকু বিন্ধি গ'ল। চাহ বাগিছাৰ লগত কবিৰ চিনাকি সৰু কালৰে পৰা। কবিৰ জন্ম চাহবাগিছাত। পিচতো দেওবৰীয়া বজাৰলৈ অহা চাহ মজদুৰ সকলক দেখি দেখি কবিয়ে তেওঁলোকৰ লগত অন্তৰংগতা গঢ়ি তুলিছিল। কিন্তু এই বনুৱা তিৰোতাজনীৰ কথাই কবিক চাহ বাগিছাৰ জীৱনৰ কথা নতুনকৈ ভাবিবলৈ বাধ্য কৰিলে।

সেই ভাবনাৰ পৰাই জন্ম হ'ল এই গীতটিৰ।

আমি খাওঁ নিমখ দিয়া ৰঙা চাহপানী
চাহাবে দিয়ে চাহৰ গুৰিত

চিকা-ৰূপীয়া চেনি।।

আমি কোৰ মাৰোঁ
কলম কাটোঁ
ৰ'দে বৰষুণে
আমি পাত তোলোঁ
পিঠিত হোৰা
দুখ বুজে কোনে
লাভ-লুভীয়া চাহাবৰ নো
হানি পৰিল কেনি।।

চলে গাড়ী গাড়ী
চাহৰ বাকচ
ৰূপ চিকিমিকি
আমাৰ ঘাম-লুনীয়া
ক'লা দেহা
কৰে জিকিমিকি
কাৰ ভাগিনী মৰে
কাৰ হয় হানি।।

স্বাধীনতাৰ পিচত ভাৰতৰ বুকুলৈ বহু পৰিবৰ্তন আহিছিল। সেই পৰিবৰ্তন বোৰৰ এটা আছিল নাৰীৰ মানসিকতাৰ পৰিবৰ্তন। ঘৰৰ ভিতৰত সোমাই থকা নাৰী বাহিৰ ওলাই আহিছিল, নাৰীৰ কৰ্মক্ষেত্ৰ সলনি হৈছিল। সলনি মানে যিবোৰ কাম আগতে কেৱল পুৰুষৰ বুলিহে ভবা হৈছিল সেইবোৰত নাৰীয়ে প্ৰবেশ কৰিবলৈ আৰম্ভ কৰিছিল। সেই পৰিবৰ্তনৰ উপলব্ধিক কবিয়ে গীত এটাৰ মাজেৰে প্ৰকাশ কৰিছিল এনেদৰে-

মই আগেয়ে দেখা নাই
এজনী উঠন ছোৱালী
তাই জোৱাৰৰ গান গাই যায় ঃ
যেন এটা নতুন দোকমোকালি
ৰাতি ফালি আহিছে ওলাই।।

মুখত তাইৰ ক্ষমা আৰু খং
চকুত তাইৰ ৰেখা আৰু ৰং
চুলিত তাইৰ চেনেহ আছে বৈ
বুকু তাইৰ ভৰ বাৰিষাৰ নৈ
মই ৰ লাগি আছিলোঁ চাই।।

দেখোন আপোন আপোন লাগে
তাই মোৰেই কোনোবা চাগে'
তাই সৌৱা যায় আগে আগে
মোৰ লাজ ভাগে ভয় জাগে
মোৰ মৰহা মনত আশা জাগে
তাই সৌৱা যায় আগে আগে
তাই জোৱাৰ গান গাই যায়।।

শৈশৱৰে পৰা গান গোৱা ছোৱালী কবিয়ে দেখি আহিছে। সেইবোৰ লাহি লাহি ছোৱালীয়ে বিহু গীত, আইনাম, বিয়া নাম এনেকুৱা কোমল কোমল গান গায়। কিন্তু জোৱাৰৰ গান গোৱা ছোৱালী কবিয়ে দেখা নাছিল।

দিন সলনি হৈছে। কবিয়ে দেখিলে নতুন ধৰণৰ গান গোৱা ছোৱালী ওলাই আহিছে। কেৱল প্ৰেমৰ বা কোমল কোমল গান গায়েই নাথাকে, সিহঁতে অন্য ধৰণৰো গান গায়, সমাজৰ গান গায়। কবিৰ নিজৰ যৌবন কালতেই তেনেকুৱা ছোৱালী ওলাই আহিছিল। 'আমাৰ আন্ধাৰ অতীত ফালি যেন এটা নতুন পুৱা ওলাই আহিছে মোৰ তেনেকুৱা লাগিছিল।' এই পৰিবৰ্তণক স্বাগতম জনাইয়ে কবিয়ে এই গীতটি ৰচনা কৰিছিল।

কাৰ ঘৰৰ পাটনাদ আছিল
কাৰ ঘৰৰ জৰী
কেনেকৈ যে ল'লা আইদেউ
তোমাৰ নিজা কৰি
আইদেউ, পৰৰ ঘৰৰ জৰী।।

লোকৰ শালৰ পাটৰ চাদৰ
লোকে বছা ফুল
তুমি বোৱা দোলাই বুলি
বোৱাঁ জয়ঢোল

আইদেউ, লাজতে যাওঁ মই মৰি
আইদেউ, পৰৰ ঘৰৰ জৰী।।

এটা কথা শুনা আইদেউ
মাধবদেবৰ কথা ঃ
'তোমাক মই ভাণ্ডো মোক তুমি ভাণ্ডা এ
চৈধ্যয় সাক্ষীক ভাণ্ডিবা কোন উপায়'
সাক্ষী আছে মাটিৰ কোলাত
মানুহ ৰূপ ধৰি
আইদেউ, চাবা আক' চিন্তা কৰি
আইদেউ, পৰৰ ঘৰৰ জৰী।।

এজনে সৃষ্টি কৰে, আন এজনে সেই সৃষ্টি নিজৰ বুলি চলাই দিয়ে। এনে কাম আমাৰ সমাজত চলিয়েই থাকে। কবিৰ নিজৰ সৃষ্টিৰ ক্ষেত্ৰতো এনে হৈছিল। কিন্তু নানান বাধ্যবাধকতা বা কিবা দ্বিধাগ্ৰস্ততাৰ বাবে কবিয়ে সেই কথাটো আনৰ আগত ৰাজহুৱাকৈ প্ৰকাশ কৰিব নোৱাৰিলে। কিন্তু নিজৰ সৃষ্টি এটাক আনৰ নামত দেখাৰ যি বেদনা সেই বেদনাক প্ৰকাশ কৰিছিল এইটো গীতেৰে। 'কাৰ ঘৰৰ পাটনাদ কাৰ ঘৰৰ জৰী' এই প্ৰচলিত খণ্ডবাক্যটিক ভেটি হিচাপে লৈ কবিয়ে এই গীতটি ৰচনা কৰিছে।

চকু জুৰাই ৰূপে যাৰ
সি মন জুৰাব পাৰে নে
পুৰিলে যি পুৰি যায়, সি
সোণ হ'ব পাৰেনে
সেইষাৰ কথাহে মোক লাগে।।

ঘৰত জুই লাগিলে যি
বাগি মাৰি সাৰে
জুই নুমালে চল চাই সিয়ে
ছাইতে পানী মাৰে
বেজাৰত তাৰহে বুকু ভাগে।।

গছৰ শিপা কাঢ়ি তেজ-মঙহ
পাবত-গজা বাঢ়ি দলহ-দপহ

দেখোঁ শিপাকে জোকায়
নৈৰ মাজুলী দেখি চকু চমকায়
পাহাৰ ঢাকিব খুজি নিজে ঢাক খায়
দেখোঁ গমকে নাপায়।।

সজাৰে সঁচাক সজালে
সাজ নিভাঁজ হয়নে
সুৰৰ ফাঁকিৰে কথা ঢাকিলে
ভাৱৰ অভাব হয় যে
সেইযাৰ কথাহে মোক লাগে।।

সৃজনী প্ৰতিভা থকা কিছু লোকে চকুত চমক লগোৱা বস্তু একোবিধেৰে মানুহৰ মন ভুলাব খোজে। ধৰি ল'ব পাৰি এনেকুৱা কিছুমান গীত আছে যাৰ অৰ্থ একো নাই কিন্তু সুৰটোৰ বাবে মন ভোল যায়। কিন্তু কথাখিনিৰ পিনে চালে দেখা যায় গীতটোৰ বিষয় বস্তু, ভাব - সেইবোৰে একো নকয়। দেশত কিবা এটা অশান্তি হৈছে, কোনোবা শিল্পীয়ে মানুহৰ হিয়া ভাগি যোৱাকৈ গীত ৰচনা কৰিলে, গালে, কিন্তু কাৰ্যক্ষেত্ৰত দেখা গ'ল মূল কথাটোত একো চমক নাই, একো গভীৰতা নাই। 'এই ধৰণৰ শিল্পীক মই প্ৰকৃত সৃষ্টিৰ বিৰোধী বুলি ভাবোঁ।'

কবিৰ মতে এই ঘটনাবোৰ কোনো এজন বিশেষ ব্যক্তিৰ ঘটনা নহয়, সাধাৰণতে ঘটি থকা ঘটনা।

কিহৰ শব্দ কিহৰ ধোঁৱা
অন্ধ তহঁত
বন্ধ কৰিব পাৰিবিনে মোৰ শব্দ
মোৰ গান গোৱা।।

মই মোৰ মাটিতে গানতে উপজি
গানতে মৰোঁ
গানে গানে মই ভাল পাওঁ
গানেৰে বিদ্ৰোহ কৰোঁ
বধিৰ নে তহঁত অধিৰ উতনুৱা।

তহঁতক মই মোৰ কলিজা উজাৰি
চিঞৰি মাতোঁ

আঁউসীত মই কথা কওঁ
পূৰ্ণিমাৰে কথা পাতোঁ
অবুজ নে তহঁত নুবুজ ভালপোৱা।।

কেইই বছৰ মান আগৰ কথা। বিহু আৰু সেই জাতীয় উৎসববোৰ বন্ধ কৰিবলৈ সংযুক্ত মুক্তি বাহিনী অসমে ৰাইজক ধমকি দিছিল। বন্দুকৰ নলীৰ পিনে চাই ভয় কৰি কোনোবা কোনোবাই এই ধমকিৰ প্ৰতি সহাঁৰি জনাইছিল, কিন্তু প্ৰতিবাদ কৰা মানুহো আছিল। 'মই জামুগুৰিৰ বিহুৰ মিটিঙতে কৈছিলোঁ যে বিহু কোনেও বন্ধ কৰিব নোৱাৰে। ই সকলোৰে উৎসব। বন্দুকৰ ভয় দেখুৱালেও মই গান গায়েই থাকিম।'

এই গীতটো খগেন মহন্তই গাইছিল।

মই আহিছিলোঁ
তুমি আহিছিলা
তেওঁ আহিছিল ক'ৰ পৰা
কেনেকৈ পালোঁহি এইখিনি ঠাই
পাহাৰে ভৈয়ামে মনোহৰা
উভতি নগলোঁ ইয়াতে থাকিলোঁ
ই যে জীৱনৰ ৰহঘৰা।।

যুগে যুগে একে মাটিতে থাকিলোঁ
লাগিল ভাগিল কিমান বাৰ
তথাপি বুকুৰে বুকুৰে থাকিল
কেঁচা চেনেহৰ নিচিগা ধাৰ
আজি কাৰ হাতে আঁহ ফালি নিয়ে
বঙহক তেজ-মঙহৰ পৰা।।

দেখাত বেলেগ মাত কথা সঁচা
বেলেগ আমাৰ পিন্ধা সাজ
হলেও কদাপি বেলেগ নহয়
বুকুৰ বেথা চকুৰ লাগ
আমিযে বহুতো ৰঙৰ ফুলেৰে
হালি জালি থকা ফুলনি দৰা।।

কেই বছৰ মানৰ আগতে কোকৰাঝাৰৰ বতাহত মৃত্যুৰ কিৰিলি ভাহি আহিছিল, ভাতৃঘাটী সংঘৰ্ষৰ কিৰিলি। তাৰ পিচত সেই আক্ৰান্ত অঞ্চলবোৰ ভ্ৰমণ কৰিছিল ৰাজনৈতিক নেতা আৰু শিল্পী আৰু চিনেমা অভিনেতা-অভিনেত্ৰীৰ দল এটিয়ে। সেই দলটোৰ বাবে কবিয়ে স্ক্ৰিপ্ট এখন লেখি দিছিল, নাম 'অন্তৰ যুগমীয়া'। সেই স্ক্ৰিপ্টতে আছিল এই গানটো।

'আমি ভায়ে ভায়ে হিংসা হিংসি কৰি পাৰ নেপায়। এচামে এচামক মাৰিব, এনেদৰে একো সমস্যাৰ কাহানিও শেষ নহ'ব। বিভিন্ন ঠাইৰ পৰা আহি আমি এই অসমত গোট খাইছোঁ। কোন কেতিয়া ক'ব পৰা আহিছিলোঁ এতিয়া আৰু তাৰ চিন নাই। এই ফালেদি কোনোবা আহি পাৰ হৈ গৈছে কোনোবা ৰৈ গৈছে।'

পাৰৰ পাখিত গাঁথি দিলোঁ
ফুলাম চিঠিখনি
জনাও বুলি জগতখনক
বিহুৰ ওলগনি।।

লিখিছোঁ তাত কি কি মাত শুনি ভাল পাওঁ
আৰু লিখিছোঁ কি কি মাত শুনি বেয়া পাওঁ
বাঘৰ গোজৰ
গুলীৰ গুৰুম
খং-শিঙাৰ ধ্বনি
বেয়া লাগিব হাই-কাজিয়া
আৰু হনাহনি।।

কোৱা যদি মানুহ আমাৰ ভাইভনী বুলি
লোৱা যদি সদৌটিকে বুকুত আকোঁৱালি
ভাল লাগিব
কৰা যদি
ৰং-শিঙাৰ ধ্বনি
পাৰৰ পাখিত
ডাঁৰৰ খবৰ
বিহুৰ ওলগনি।।

এটা সৰল গীত, কিন্তু এই গীতটিৰ মাজতেই প্ৰকাশ পাইছে কবিৰ মনৰ

আশা-আকাংক্ষাৰ ছবি। শুভ-কামণা জনোৱাৰ গীত, কি কি উপাদানে কবিৰ বাবে, সকলোৰে বাবে শুভকামনা কঢ়িয়াই. আনিব পাৰে তাকেই গীতটিৰ মাজত প্ৰকাশ পাইছে। সহজ কথাত কবিৰ জীৱনাদৰ্শ এই গীতটিতেই আটাইতকৈ সৰল ৰূপত প্ৰকাশ পাইছে।

সঁচাৰ দৰে সহজ আৰু
সঁচাৰ দৰে কঠোৰ
সঁচাৰ দৰে কোমল আৰু
সঁচাৰ দৰে নিঠুৰ
তুমি কোন।।

তুমি কোন কোৱা সময় সোঁতত
সাঁতুৰি সাঁতুৰি আহিলা
আহি মোৰ এই ঘৰৰ দুৱাৰ
ভাঙি খিলখিলাই হাঁহিলা
ভাঙি মোৰ এই ঘৰৰ দুৱাৰ
কিয় খিলখিলাই হাঁহিলা
তুমি কোন।।

তুমি কোন কোৱা মোক আজি কিয়
বাহিৰলে' টানি আনিলা
বন্ধ ঘৰৰ অন্ধকাৰত
কেনেকই মোক দেখিলা
তুমি কোন।।

সজা চোৱা এই কুটিল কাৰেং
সঁচা ইয়াত চোৰ
অন্ধ ইয়াৰ অধিবাসী চোৱা
পোহৰ শত্ৰু ঘোৰ
তুমি আহি মোৰ বান্ধ খুলি দিলা
তুমি কোন।।

'সত্যটো যিমান কোমল সিমানেই নিষ্ঠুৰ। গীতটোত প্ৰতীক এটা গঢ়ি লৈছোঁ - তুমি, তুমি কোন, তোমাক সঁচা যেন লাগে। নতুন চেতনা এটা আহিছে এইটো

সঁচা। সি কোমলো-কঠোৰো, সহজো-নিষ্ঠুৰো। এটা নতুন চেতনা আহিছে, আহি দুৱাৰ ভাঙি দিছে। আমি নুবুজাৰ কাৰণে দুৱাৰ মাৰি থৈছোঁ, কিন্তু সিটো সোমাবই।'

এই গীতটি কিন্তু কবিৰ আন গীতবোৰৰ দৰে জনপ্ৰিয় হোৱা নাছিল। 'গানটো অলপ ফিল'ছফিকেল ধৰণৰ হ'ল, মই কথাবোৰ মানুহৰ মনত সুমুৱাই দিব নোৱাৰিলো।'

এইখন বাৰী ফুলনি আছিল
হাবিয়ে ধৰিলে ছাটি
বাৰীৰ গৰাকী আছে নিদ্ৰা গৈ
বগা-হাতীয়ে ভাগিছে টাটী।।

মালী-মালিনীৰ চকুত কচুপানী
পেটত পৰা নাই ভাত
কাজুৱা আঙুলি মুজুৰা পৰিছে
মুখৰো হৰিছে মাত
আখলত জুই নাই, আখল ভেকুৰিছে
পাভতিৰ টেকেলি কাটি।।

মালীৰ বৰ ল'ৰা ওঠৰ বছৰীয়া
চকুত জ্বলিছে জুই
টাটীও বাটিব হাবিও কাটিব
সি আৰু নাথাকে শুই
শিখা-যেন জ্যোতিৰে তীখা যেন বুদ্ধিৰে
সি মোমাই তামুলীৰ নাতি।।

এইটো গীতো এইচ এম ভিৰ বাবে মান্না দেৰ কণ্ঠত ৰেকৰ্ড কৰা হৈছিল। এই গীতত কথাৰ সাল সলনি হোৱা নাই, কিন্তু সুৰটি কবিৰ পচন্দ নহ'ল। এই গীতত আগতে সুৰ কৰিছিল অমিয়ধৰ বৰুৱাই। সেই সুৰটো কবিৰ পচন্দৰ সুৰ আছিল। মান্না দেই যিটো সুৰত গানটো গাইছিল সেই সুৰত ছন্দটি অলপ বেলেগ কৰা হ'ল।

একেখন গ্ৰামফোন ৰেকৰ্ডত কবিৰ আন এটি গীত আছিল। গীতটিৰ প্ৰথম ফাঁকি হ'ল 'আকৌ এবাৰ লগ পাওঁ যদি'। এই দুটি গীতত সুৰ কৰিছিল ভূপেন হাজৰিকাই।

মই আহিছিলোঁ আঙুলিত ক্ষণ লেখি
মই আহিছিলোঁ আন্ধাৰ আছিল দেখি
মই আহিছিলোঁ আঁউসীৰ গৰ্ভত দেখি
পূৰ্ণিমাৰ জোন।।

মইতো আহিয়েই থাকোঁ
মই বহাগৰ বৰদৈচিলা
গছ ভাঙি গুটি সিচোঁ
শাওনৰ বান হৈ আহি
মই মাটিক পলস দিছোঁ
মইতো আহিয়েই থাকোঁ
মই যে কষটি শিলা
মোতে চাব পাৰি সোণ।।

ময়ে শিশু প্ৰহ্লাদ
মিছাৰ বিৰুদ্ধে মহা প্ৰতিবাদ মই শিশু প্ৰহ্লাদ
মোৰ শক্তিৰ স্তম্ভতে থাকে
নৃসিংহ সময়
পিতৃ হলেও অত্যাচাৰীৰ
মৰণ চিন্তোঁ মই
মই অন্যায়ৰ প্ৰাণ বৈৰী
ন্যায়ৰ বুকুৰ আপোন ।।

এই গীতটো যেন আগৰ গীতটিৰে আন এটি বাখ্যা। সেই নতুন সত্যটি কি? এটা শক্তি। এই শক্তিটো কেনেকৈ আহে পৃথিবীলৈ? শক্তিটি আহিছিল আঙুলিত ক্ষণ লেখি। 'ক্ষণ লিখা' শব্দ দুটাতে ব্যঞ্জনা আছে শুভ সময়ৰ ক্ষণ। ঠিক এই সময়তে আহিব লাগে, এই সময়তে আহিছে। আহিছে আন্ধাৰ থকা দেখি, পোহৰ থকা হ'লে নাহিলেহেঁতেন। আহিছিল আঁউসীৰ গৰ্ভত দেখি পূৰ্ণিমাৰ জোন, আন্ধাৰৰ বুকুতে পোহৰৰ উৎস আছে কাৰণেই আহিছে।

এই শক্তিটি কি বাৰু? সেই শক্তি হল নতুন প্ৰজন্মৰ শক্তি। এই প্ৰজন্মই জন্ম লাভ কৰিছে প্ৰচলিত অসুস্থ সামাজিক বাতাবৰণৰ মাজতেই। তেওঁলোক যেন শিশু প্ৰহ্লাদ। প্ৰহ্লাদে নিজৰ অত্যাচাৰী পিতৃক হত্যা কৰি ন্যায় প্ৰতিষ্ঠা কৰাৰ দৰেই এই নতুন প্ৰজন্ময়ো ন্যায়ৰ পক্ষতেই থিয় হ'ব।

এখন দেশত এক
ৰজা আছিল
লঘু দোষতে গুৰু
দণ্ড দিছিল
সেই ৰজাৰ শেষ দশা
জানে আইতাই।।

চকু কঢ়া আঠু কঢ়া
নিতে ঘটিছিল
নচঁচা শলুত তুলি
ৰং চাইছিল
হাউচত মাৰিছিল প্ৰজা
হাতীৰে গচকাই।।

এশ গৰু মাৰিলে বোলে বাঘৰো মৰণ
পালোতাৰ অতপালিত জানা ৰাজভগন
ভয় থাকে মনে মনে
খিৰিক কৰিলেই জাগে
সাহ থাকে জনে জনে
ঘোট খুৱাব লাগে
পাহুৱাল চকুৱাল
বুজন এজনাই।।

কথাযাৰ বুজি-বাজি
ৰাইজ গোটাই
কেনেকৈ ভাঙিলে ৰজা
জানে আইতাই
সুধি চাইছানে নাই।।

শোষকৰ বিৰুদ্ধে সাধাৰণ ৰাইজক সজাগ কৰাৰ গীত। প্ৰায় সাধুকথাৰ দৰে আৰম্ভ হৈছে গীতটি। সেইখিনি সকলোৰে জনা কথা, গীতটিয়ে পোনচাতেই আহোম ৰজাৰ ৰাজত্ব কাললৈকে মনত পেলাই দিয়ে। কিন্তু গীতৰ দ্বিতীয় ভাগত প্ৰকাশ পাইছে কবিৰ বাখ্যা।

'মানুহৰ সাহবোৰ আছে, কিন্তু ব্যক্তিগত হৈ আছে। এই ব্যক্তিগত সাহবোৰক সংঘবদ্ধ কৰিব পাৰিলেহে শোষণৰ ওৰ পেলাব পাৰি।'

আমাৰ মন পথাৰৰ লহপহীয়া বাও-ধান বোৰ
হালধীয়া চৰাই জাকে কৰে হেনো চুৰ
অ' শম্ভুৰৰ ল'ৰা
নাও তোমাৰ এৰা
শাল গছত টঙী সাজি ৰখা পথাৰ ডৰা।।

(হালধীয়া চৰায়ে বাও ধান খায়,
সাউদৰ পুতেকে নাও মেলি যায়)
মেঘৰ মৰম পানীত আৰু বালিৰ মৰম ৰ'দত
আই বসুমতীৰ বুকু বোকাৰে তপত
হেজাৰ হাতৰ কোৰা মুঠি নাঙলত
অচিন চৰাইজাকে বোলে ঘটাব বিপদ
অ' শম্ভুৰৰ ল'ৰা
কথ্যলৈ কাণ কৰা
শালগছত টঙি সাজি ৰখা পথাৰ ডৰা।।

কলপতীয়া মন কঠীয়াৰ দীঘল দীঘল পাত
ঘৰমুৱা বতাহ চাটিৰ পাও পিচলে তাত
পাঁচ সুৰীয়া মুৰুলীৰ মনজুৰোৱা মাত
দুশৰো অধিক কোটিৰ শপত শুনা তাত।।

কত যে কাকতি ফৰিং হুৰাই দিলোঁ উৰাই
কত যে বলীয়া হাতীক ৰাখিলোঁ বলাই
অ' শম্ভুৰৰ ল'ৰা
কলিজা ডাঠ কৰা
শালগছত টঙী সাজি ৰখা পথাৰ ডৰা।।

ৰ'দ জিকমিক কাঁচি চিকমিক
থোক সোণোৱালী
মন জোনোৱালী
আঘোনৰ শুৱনী মুগাকৈ ধাননি

ওলালে দাৰুনী হাতত কাঁচিখনি
বোলো এই পথাৰখনি কাৰ
তোমাৰ তোমাৰ।।
বোলো এয়া ধাননি নে কি
হয় সোণ চিকিমিকি
অ' হ' হেই
আমাৰ এই মাটি আহা সকলোটি
পাল পাতি পাতি ধান যাও কাটি কাটি
যদি বলীয়া হাতী আহে জাক পাতি
কৰিব লাগিব কি।।

বলীয়া হাতীকো বলাব লাগিব
পিচলি নেৰিবা মাটি
কাকতি ফৰিঙো হুৰাব পাৰিবা
মন যে শিলৰে খুটি।।

মাটিৰে শতৰুক বৰ পীৰা নিদিবা
গোজেই গজালি হয়
লখিমীৰ শতৰুৰ দায় নেখেমিবা
মনলে নানিবা ভয়।।

অ' হেজাৰ মনৰ বলেৰে
শাণ দিয়া কাঁচিৰে
সোণ চেকুৰ ধানেৰে
লাহি লাহি জহাৰে
মুঠি বান্ধো ৰঙেৰে
আলফুল হাতেৰে।।

এই আঘোণতে মাতি কলোঁ
মাটিৰে ৰাখিমে মান
শতৰু আহিলে ঠেলি হোহোকামে
লখিমী আমাৰে প্ৰাণ।।

এই গীতটি কবিৰ প্ৰথম গীতবোৰৰ ভিতৰৰ এটি।

চীন ভাৰত যুদ্ধৰ পিচত দুয়োখন দেশেই শান্তিৰ কথা ভাবিছিল। সেই চিন্তাৰ ফলতেই চীনৰ বানডুম নামৰ ঠাইখনত অনুষ্ঠিত হৈছিল পিচ কনফাৰেন্স। তাত চীনৰ প্ৰধানমন্ত্ৰী চৌ এন লাই আৰু ভাৰতৰ প্ৰধানমন্ত্ৰী জৱহৰলাল নেহৰুৱে এখন শান্তি চুক্তিত স্বাক্ষৰ কৰিছিল। সেই চুক্তিৰ আধাৰ আছিল অশোকৰ পঞ্চশীল নীতি। এই চুক্তিৰ লক্ষ্য আছিল পৃথিবীত শান্তি স্থাপন। মানবীয় প্ৰমূল্যবোধত বিশ্বাসী কবিক এই চুক্তিয়ে এক নতুন সুন্দৰ পৃথিবীৰ সপোন দেখুৱাইছিল। সেই আশাই কবিক এই গীতটি ৰচনাৰ বাবে উদ্বুদ্ধ কৰিছিল।

'হালধীয়া চৰায়ে বাওধান খায়' বোলা পৰম্পৰাগত গীতটিকেই এই গীতটিৰ প্ৰধান অৱলম্বন হিচাপে লোৱা হৈছে। কবিৰ বাবে বাওধান হ'ল সৃষ্টিৰ আৰু হালধীয়া চৰাই মৃত্যুৰ প্ৰতীক। আমাৰ মন পথাৰখনত মৃত্যুৰ ছাঁ পৰিছে, গতিকে শঙ্কৰৰ ল'ৰা তুমি বণিজ বেহাবলৈ যাব নালাগে, মজবুত শাল গছৰ টঙী সাজি পথাৰখন ৰক্ষা কৰাৰ কথা ভাবা। এইখিনিতে কবিয়ে পঞ্চশীল নীতিৰ কথাৰো সংযোজন ঘটাইছে। 'পাঁচ সুৰীয়া মুৰুলী' শব্দটিৰে পঞ্চশীল নীতিৰ কথাকে বুজাইছে। এই বাঁহীটোৰ পৰা ওলোৱা মাতটোৱে মন জুৰাই যায়, এই মাত শান্তিৰ মাত। বাঁহী হ'ল আকৰ্ষণৰ প্ৰতীক। বাঁহীৰ মাতে সকলোকে আকৰ্ষণ কৰে। ভগবান কৃষ্ণৰ দিনৰে পৰা এই কথাটো চলি আহিছে। এই নতুন বাঁহীটোৱেও সকলোকে বান্ধি দিব। এই আশা এই কল্পনাৰে গীতটি ৰচনা কৰা হৈছিল।

ঘন ক'লা কয়লাৰে ৰাতি
বইলাৰে ল'লে পিঠি পাতি
ধোঁৱাতে লুকালে জ্বলা বাতি
পিষ্টন হাওঁ-ফাওঁ
ইছ্ ইছ্ যাওঁ যাওঁ
যাওঁ দেই উঁকি, নাই ক্লান্তি।।

এই কংসৰ কাৰাগাৰ হিংসাৰ অনাচাৰ
লাঞ্ছিতা দৈৱকী মাতৃ
গণমন-গৰজন জনমৰ শুভক্ষণ
বেদনাৰ অষ্টমী ৰাত্ৰি
সাজু হোৱা অ' মহাধাত্ৰী।।

উস উস ইনজিনে হুঁচ হেৰুৱায়
উঠ উঠ পিষ্টনে দিয়ে সঁকীয়াই

গ্রিজ আৰু কয়লাৰে তেল-ক'লা দেহাবোৰে
অঙঠাৰ চকু মেলি কলিজাৰ ৰং ঢালি
ঝনক ঝনক ঝন লয় কথা পাতি।।
তীখা আৰু দৃষ্টিৰ মিলনে সৃষ্টিৰ
বিদ্যুৎ আনিবই মাতি।।

যন্ত্ৰৰ উঁকি আৰু কণ্ঠৰ ৰিং মিলি
তীখাক গলাই গঢ়ে
মানুহৰ জীৱনৰ ৰক্ষাৰ কৱচ কোটি।
শক্তিৰ ঘঁহনিৰ বিজুলী চমকনিত
যন্ত্ৰৰ আঁৰ লৈ গা ঢকা মৃত্যুৰ
ধৰা পৰে কদাকৃতি।।

(সেই) মৃত্যু-দৈত্যৰ সমাধি ৰচি
যন্ত্ৰত যুগৰ মন্ত্ৰ যাচি
গঢ়িবলে' নব-যুগতন্ত্ৰ
কোটি হাতে তোলে দৃঢ় মুষ্টি।।

বহুতৰে মতে কেশৱ মহন্তই কেৱল গাঁৱৰ জীবনৰ গানহে লেখে। নগৰীয়া জীৱনৰ ছবি তেওঁৰ গানত নাই। এই গানটো সেই মতামতৰ বিৰুদ্ধে লেখা গান।

কবিয়ে বিশ্বাস কৰে শিল্পই মানুহৰ সামাজিক মানসিকতাৰ পৰিবৰ্তন ঘটায়। সমন্বয় বৃদ্ধি কৰে। গাঁৱৰ ঘৰত ৰাতিপুৱা গা-পা ধুই গোঁসাই সেৱা কৰি চাহ-তাহ খোৱা মানুহ এজনে ৰেলত চাকৰি কৰিলে সেই অভ্যাসটো ৰাখিব পাৰিবনে? নোৱাৰে। মানুহটোৱে যদি মেচিনৰ লগত কাম কৰে? তেওঁৰ সামান্য হেৰ-ফেৰৰ কাৰণে কাৰোবাৰ জীৱনো শেষ হৈ যাব পাৰে। গতিকে মানুহটো বেচি মনযোগী হ'বলৈ বাধ্য হৈ পৰিব। ব্যক্তিগত দায়িত্ববোধ বাঢ়িব, লগে লগে সামাজিক দায়িত্ববোধো বাঢ়িব। শিল্প বিপ্লৱক কবিয়ে এই দৃষ্টিৰে চায়। আমাৰ দেশত শিল্পৰ এই বিকাশ হোৱা নাই বাবে অসমত তেনেকুৱা নগৰীয়া জীৱন নাই।

তথাপিতো শিল্পৰ দিশত যিখিনি অগ্ৰগতি হৈছে তাৰে ওপৰত ভিত্তি কৰি গান লেখিব পৰা যায় নেকি কবিয়ে চিন্তা কৰি চালে। পাণ্ডুত জাহাজঘাট আছিল। কবি সেই জাহাজঘাট পালেগৈ, জাহাজৰ বইলাৰ কোনটো, পিষ্টন কোনটো কবিয়ে মনপুতি চালে। তাৰ শ্ৰমিকৰ জীৱন চালে। শ্ৰমিকৰ জীৱনটোৰ কথা উপলব্ধি কৰাৰ চেষ্টা কৰিলে। তাৰ পিচত গীতটো লেখিলে। কবিয়ে ভাবে যে যন্ত্ৰৰ আঁৰত যিবিলাক

অত্যাচাৰী আছে সিহঁতৰ বেয়া ৰূপটো প্ৰকাশ পাব লাগে, সেই মৃত্যু দৈত্যৰ সমাধি ৰচি যুগৰ মন্ত্ৰ ৰচিব লাগে। যন্ত্ৰ বেয়া নহয়, কিন্তু যন্ত্ৰৰ চালক বিলাকে তাক বেয়া পথেৰে লৈ গৈছে। যন্ত্ৰৰ উৎপাদন সকলোৱে ভোগ কৰাৰ অধিকাৰ পাব লাগে।

'এইটোৱেই মোৰ একমাত্ৰ গীত য'ত নগৰীয়া শ্ৰমিকৰ কথা আছে। মোৰ বাকী গীত কৃষকক লৈয়েই লেখা। মই নিজেই কৃষক, সেয়ে কৃষকৰ এজন হৈ কথা কোৱাৰ চেষ্টা কৰোঁ।'

আঘোনৰ চোতালৰ ৰ'দ কাঁচলিত
কাৰেনো লাৱনী
সেন্দুৰী মু'খনি
জিলেমিলায়।।

আকাশৰে আঁচল তিৰেবিৰায়
সপোনৰ বুকুতে পোহৰে ওমলে
কাকেনো ধিয়াই।।

নাহিবি নাহিবি
কুঁৱলি ঢাকনি
চোতালৰ চেনেহক নিদিবি আমনি
দিলোঁ সকিয়াই।
নাহিবি নাহিবি
চোঁ মাৰি চিলনী
উৰিব খুজিছে বগা পাৰ যুৰি
ৰাতি পুৱাই।।

নাহিবি নাহিবি
বিঘিনি নাহিবি
এচিৰা ধানেৰে উৰে পাৰ যুৰি
ডেউকা কঁপাই।।

যশস্বী কণ্ঠশিল্পী দিলীপ শৰ্মা এবাৰ পোলণ্ডৰ ৱাৰ্চ চহৰলৈ গৈছিল। তাত তেওঁ এটা গান শুনি আহিল। গীতটিৰ সুৰটিৰ লগত অসমৰ সুৰৰ কিবা এটা মিল থকা যেন লাগে। সেই সুৰটো তেওঁ কেশৱ মহন্তক শুনালে। সুৰটো শুনাৰ পিচত তেওঁৰ মনত ভাব হ'ল এই সুৰটোত চোন অসমৰ আঘোন মাহৰ ৰ'দৰ কথা ক'ব

পাৰি। কবিৰ গীতত বাধাৰ কথা আছেই। এইটোতো আহিল, কুঁৱলীৰ ৰূপত সেই বাধাৰ কথা আহিল। গানটো পিচত দিলীপ শৰ্মাই ৰেকৰ্ড কৰিলে। কৰোতে আঘোনৰ শব্দটি সলাই অসমৰ কৰি দিলে। 'মই পেটে পেটে বেয়া পালোঁ।'

এতিয়া কুঁৱলি
যেন তোমাৰ চকুলো
ঢাকি আছে মোৰ বাট।।

অলপ পিচতে ৰ'দৰ তাপত
কুঁৱলি আঁতৰি যাব
মুকলি আকাশে মাটিৰ বুকুত
নিজকে ঘুৰাই পাব
ওলাব বাটৰ আঁত।।

তোমাৰ চকুৰ কুঁৱলি আঁতৰি গলে
মুকলি হ'ব মোৰ বাট
এই বাটেদিয়েই সজাল যৌৱন
সাজি-কাচি গুচি যায়
এই বাটেদিয়েই তেজাল সপোনে
মোলে' ঘুৰি ঘুৰি চায়
দি যায় মোক মাত।।

কুঁৱলি শব্দটি কবিৰ বৰ প্ৰিয় শব্দ। তেওঁৰ বহু গান বা কবিতাত এই শব্দটি বাৰে বাৰে উচ্চাৰিত হৈছে। বাধাৰ কথা বুজাবলৈ কবিয়ে এই শব্দটি বৰ ভাল পায়। ৰ'দৰ তাপত কুঁৱলি আঁতৰি যায়। ৰ'দ হ'ল আশা আৰু শক্তিৰ প্ৰতীক। বাধা থাকিলেও যি আঁতৰি যাবই।

কবি এই কথাত আজন্ম বিশ্বাসী। সেই বাবেই বাৰে বাৰে কুঁৱলি আৰু ৰ'দে কবিৰ লেখাক প্ৰভাবিত কৰে।

চিনি পাও পাও লাগেচোন অ'
পাল তৰা সৌ দিঙাখন
তাতে জিৰায় অ' মোৰ
উৰণীয়া ৰঙা মন।।

লুইতৰ এই বহল বুকুত
ঢৌৱে ঢৌৱে দুলি যায়
কাৰণো দিঙা ৰিঙা ৰিঙা
ভাটিয়ালী গীত গায়
গানে গানে অ' মোৰ
উখল মাখল বুকুখন।।

কোন দিহিঙত মেলিলা নাও
কোন মেঘনাত চপাবা
আমাৰ মনৰ যিমান খবৰ
জগতখনক জনাবা
তুমি কিমান আপোন
তোমাৰ লগত যাবৰ মন।।

এই গীতটি সুৰৰ ওপৰত ৰচনা কৰা। তাৰো এটা কাহিনী আছে।

কেশৱ মহন্তৰ বৰজীয়ৰী বনজোৎস্না মহন্ত। তেওঁক সৰুৰে পৰা গান শিকোৱা হৈছিল। সৰু জীয়ৰী মনজোৎস্না। তাইৰ আছিল ৰাপ খেলত। তাই গান শিকা নাছিল। এদিন কবি ঘৰৰ বাৰান্দাত বহি আছে, ভিতৰত কোনোবাই হাৰমনিয়ামত সুৰ এটা তুলি আছে। ভিতৰলৈ গৈ তেওঁ দেখা পালে হাৰমনিয়ামৰ লগত মনজোৎস্না। তেওঁ এখোজ দুখোজকৈ আগবাঢ়ি তাইৰ কাষ পালে। দেউতাকক দেখি তাই হাৰমনিয়াম বজোৱা বন্ধ কৰিলে। দেউতাকে তাইক ক'লে গানটো গাই থাকিবলৈ, তেওঁ কথাও লেখি দিব বুলি ক'লে।

দেউতাকৰ মনত কিন্তু সুৰটিয়ে দোলা দি থাকিল। জীয়েকে কৰা সুৰৰ ভেটিতেই তেওঁ গীতটি লেখি সম্পূৰ্ণ কৰিলে।

এই গীতটি পিচত অৰ্চনা মহন্তৰ কণ্ঠেৰে আকাশবাণীত বাণীবদ্ধ কৰা হৈছিল।

স্মৃতিৰ তাঁৰত তুলিব খোজোতে
হেৰোৱা হিয়াৰ সুৰ
কোনে আহি জানো ভুল কৰি যায়
আঙুলি বুলনি মোৰ।।

ম্লান সন্ধিয়াৰ দিগবলয়ত অঁকা
ক্লান্ত মিচিকি সিও জানো মৰীচিকা

ভ্ৰান্ত আকাশ পপীয়া তৰাৰে ঢকা
হেৰোৱাৰ চকুলোৰ।।

তোমাৰ চকুৰ টোপাল আজিও
মোৰ দুচকুত জ্বলে
ক্ষণিকৰ ভুলে হিয়াত আজিও
বেথাৰ জোৱাৰ তোলে
সিদিনা তোমাৰ কাজল প্ৰাণত আঁকা
মোৰ তুলিকাৰ সজল মনৰ বেথা
নুঠিবনে জাগি হেৰোৱা দিনৰ আশা
উজলাই স্মৃতি মোৰ।।

এইটো গীতৰ নেপথ্যৰ একো কাহিনী নাই। সাধাৰণ ভাবে মনলৈ অহা উপলব্ধিৰ গীত এটি।

মানুহৰ জীৱনত নিজৰ একোটা গভীৰ অনুভূতি থাকে, সেইটোক প্ৰকাশ কৰিব বিচাৰে, কিন্তু ভবামতে প্ৰকাশ নহয়, খেলিমেলি লাগি যায়। মনটোৱে কিবা এখন ছবি আঁকিব বিচাৰে, কিন্তু সম্পূৰ্ণ কৰিব নোৱাৰে, বাহিৰৰ কিছুমান ঘটনা বা সোঁতে আহি খেলিমেলি লগাই দিয়ে। তথাপিতো কবিয়ে আশা কৰে যে এদিন সেই খেলিমেলিবোৰ নাইকিয়া হৈ যাব।

# তুমি চাগে’ দেখিছা মোৰ সপোন

আজি তুমি চাগে’
দেখিছা মোৰ সপোন
আজি বাৰিষাৰ প্ৰথম বৰষুণ।।

আজিতো নহয় ইমান অকলে
আঁতৰি থকাৰ দিন
আজিতো নহয় ইমান গোপনে
চকুলো টোকাৰ দিন
আজি দিন আছিল মিলাই চোৱাৰ
সুৰগা আৰু সোণ।।

দক্ষিণাৱৰীয়ে সুহুৰি মাৰি গ’ল আজিও
বাঁহপাতখিলা সৰি উৰি গ’ল আজিও

আজিহে দেখিলোঁ তোমাৰ মৌন
চকুৰ আকুল আশা
আজিহে দেখিলোঁ তোমাৰ ওঁঠত
নুফুটা বুকুৰ আশা
আজি ক’ব পাৰিলোঁহেঁতেন
তুমি মোৰ কোন।।

এইটো ঠিক বৰষুণৰ বা বৰষাৰ গীত নহয়, বৰ্ষাৰ ৰাতি প্ৰিয়জনৰ অনুপস্থিতিয়ে সৃষ্টি কৰা বিৰহৰ গীত। এনে এটি দিনত কবিৰ পত্নী ওচৰত নাছিল। কবি পত্নী গৈছিল মাকৰ ঘৰলৈ। ঘৰত কবি অকলে। বাৰিষা বতৰ, বৰষুণ দিছে। কবি অকলে আছে। তেনেকুৱা সময়ত কবিৰ মনলৈ কি ভাব আহিল? আজি যদি এই মুহূৰ্তত তেওঁ কবিৰ ওচৰত থাকিলহেঁতেন? এদিন দুয়ো একেলগে থাকোতে এখিলা বাঁহৰ পাত আহি পৰিছিলহি। এনে কথা বিলাক এতিয়া মনত পৰিছে। নিসংগতাৰ এই মুহূৰ্তবোৰ কবিয়ে ভৰাই তুলিছে দুয়োৰে যুগ্ম মুহূৰ্তৰ স্মৃতিৰে।

মোক
তোমাৰ মৰমে নাটে
চকুৱে পোৱা যে শেষ হৈ যায়
এতিয়া বুকুৱে মাতে।।

নদীৰ জানো শেষ হয় পোৱা
সাগৰে সাৱটি ল'লে
কোকিলৰ জানো শেষ হয় গোৱা
এবাৰ বহাগ গ'লে
সসীম মৰম মান্ধ ছিঙি উৰে
অসীমৰ বাটে বাটে।।

বান্ধা কিয় মোক চকুৰে তোমাৰ
সি যে কুমলীয়া ফুল
লাহী পৰশতে পাহি সৰি যায়
ভাগে দুদিনীয়া ভুল
ভালপোৱা মোৰ স্নেহৰ অতল
বেদনাৰ ঘাটে ঘাটে।।

এই গীতটি কবিয়ে লেখিছিল নিজৰ পত্নীক লৈ। ঠিক বিয়াৰ পিচত স্বামী-স্ত্রীয়ে চকুৱে চকুৰ পিনে চালেই হাঁহি ওলায়, মন প্রফুল্লিত হয়। দিন বাগৰাৰ পিচত এই হাঁহিবোৰে তাৰ সেই সৌন্দৰ্য লাহে লাহে সলনি কৰি পেলায়। তেতিয়া মনৰ ভিতৰৰ উপলব্ধিটোকহে ভাল লগা হয়। এজনে আনজনক হৃদয়েৰে কিমান ভাল পায় তাক খুলি নকলেও হয়। এইটো হ'ল হৃদয়ৰ বাণী। 'এতিয়া মই হৃদয়ৰ গভীৰলৈ যাব বিচাৰোঁ। চকুৰ চাৱনি-তাৱনি এইবোৰ এতিয়া আৰু ভাল নালাগে, তেওঁৰো ভাল নালাগে। এতিয়া মোৰ পিনে নাচালেও মই উপলব্ধিৰে বুজি পাও এই ভালপোৱা কিমান গভীৰ। আগতে চকুৰে যিখিনি পাইছিলোঁ, সেইখিনি এতিয়া আৰু নাই, এতিয়া যিটো আছে সেইখিনি হৈছে হৃদয়ৰ।'

শেষ হওক
এই অকলে অকলে থকা
শেষ হওক এই চকুৰ অশ্রুঃ
ওঁঠৰ হাঁহিৰে ঢকা।।

থৈ গলোঁ মই তোমাৰ কাৰণে
মদাৰৰ ৰঙা হাঁহি
থৈ গলোঁ মই তোমাৰ কাৰণে
কেতেকী ফুলৰ পাহি
থৈ গলোঁ মই মেঘৰ মাজত
বিজুলীৰ চকামকা।।

গন্ধ বিৰিণা
যদি বতাহত লৰে
ৰাতিপুৱা যদি
কোমল শেৱালি সৰে
জুৰ আবেলিৰ আমনিয়ে যদি
মন ৰিঙা ৰিঙা কৰে
বুজিবা তাতেই মোৰ ছবি আছে আঁকা ।।

কবিয়ে ছোভিয়েট দেশ আলোচনীখনৰ মুখ্য সম্পাদক হিচাপে কাম কৰি কলিকতাত আছিল। বিশ্ববিদ্যালয়ৰ কামৰ পৰা ছুটী লৈ গৈ সেই কামত তেওঁ যোগ দিছিল। সেই সময়ত তেওঁ বহুদিন কলিকতাত অকলে আছিল। কবিৰ পত্নীয়ে ডাঙৰ ছোৱালীজনী লগত লৈ গুৱাহাটীত থাকে।

কলিকতাত সেই অকলে থকা সময়তে এই গীতটি লেখা। এদিন কামৰ পৰা ঘৰলৈ আহি ঘৰটোত সোমাই কবিয়ে বৰ নিসংগ অনুভৱ কৰিলে। পত্নীৰ কথা মনত পৰিল। সেই অনুভূতিখিনিকে এই গীতটিত কবিয়ে লিপিবদ্ধ কৰি থলে। কবিৰ জালুকবাৰীৰ ঘৰটোত বিভিন্ন ধৰণৰ ফুল আছিল, সেই ফুলৰ গোন্ধ-ৰূপ দুই স্বামী-স্ত্রীয়ে উপভোগ কৰিছিল তাৰে সোঁৱৰণক এই গীতটিৰ ভিত্তি হিচাপে লোৱা হৈছে। একোটা একোটা মুহূৰ্তত প্ৰেম বিৰহ আদিয়ে জীৱনৰ বেলেগ বেলেগ অনুভূতিৰ জন্ম দিয়ে। এই গীতটিও তেনে অনুভৱৰ প্ৰকাশ।

শালিকী ঐ
অবুজন চৰাইজনী
তৰা তাঁতত পৰি
কেলেই ছিঙিলিহি সূতা
মোৰ বুকুৰ হেঁপাহখিনিত

আউল লগাই গলি অ' শালিকীজনী
নিজৰ বাহলৈ কঢ়িয়ালি কুটা।।

শালিকীজনী ঐ
চোতালত চাইছ কি
পুঁৱতি নিশাত উঠি সাৰি থৈছোঁ
ৰাতিটো টোপনি খতি
আজিয়ে আহিব অ' শালিকীজনী
আজিয়ে অহাৰ কথা।।

ডালৰ চৰাইজনী ডালত নপৰগে' কেলে'
আমনি নকৰ মোক মই থাকো অকলে

দিখৌ নৈৰ পাৰৰে দেওলগা শিমলু
ৰিঙা ৰিঙা ৰাঙলী ফুল
তাৰে কোমল কোঁহে কেলেই মন মোহে
তাৰ জানো পাৰ মোল
যাচোন তালৈকে অ' পাখিলগা চৰাইটো
বুজি আহ মানুহৰ বেথা।।

কবিয়ে এই গীতটি লেখিছিল নিজৰ পত্নী নিকুঞ্জলতা মহন্তৰ বাবে। কিন্তু গীতটি ৰেদিঅ'ৰ স্ক্রিপ্ট এখনত সুমাব লগীয়া হ'ল। ৰেদিঅ'ত গানটি গালে অর্চনা মহন্তই। কাৰণ নিকুঞ্জলতা মহন্ত আকাশবাণীৰ বৰগীতৰহে শিল্পী, আধুনিক গীতৰ নহয়।

বিহু গীত এটিত আছে শালিকী চৰাই এটিয়ে তৰা তাঁত এখনত পৰি তাঁতৰ সূতাবোৰত আউল লগাই দিলে, সূতা চিঙিলে। শিপিনীজনীৰ খং উঠিল। বিহুগীতটিৰ এইখিনিয়ে মূল কথা। সেই ভাবটিকে সাৰথি কৰি কবিয়ে এই গীতটি ৰচনা কৰিলে। গীতটিত শিপিনী গৰাকীৰ খং উঠা নাই, ভাবত বিভোৰ হৈ পৰিছে। কাৰণ শালিকীজনীয়ে নিজৰ বাহলৈ কুটা কঢ়িয়াইছে। কুটা কঢ়িওৱাৰ মানেটো হ'ল তাইৰ সন্তান হ'বৰ হৈছে। গীতৰ নায়িকাই কিন্তু অকলে অকলে অপেক্ষা কৰি আছে নিজৰ মানুহটোৰ বাবে। ৰাতি তেওঁৰ টোপনি অহা নাই, পুৱাই উঠি চোতাল সাৰি থৈছে।

গীতটিত শিমলু ফুলৰ চিত্ৰকল্প আছে। ফাগুনত ৰঙা ৰঙা শিমলু ফুলে, চৰাই পৰি সেই ফুল খায়। 'শালিকী তই যা, দিখৌৰ পাৰৰ শিমলুৰ সেই ৰঙা ফুল খাই

থাকগৈ, তই মানুহৰ মনৰ দুখৰ কথা বুজি নাপাব।' প্ৰিয়জনক নোপোৱাৰ বেদনা গীতটিত আছে, কিন্তু আন গীতবোৰত প্ৰায়ে থকা সামাজিক বাধা আৰু সেই বাধা ভগাৰ অংগীকাৰ এই গীতটিত নাই। এইটি সম্পূৰ্ণ বিৰহৰ গীত। কবিৰ এনে গীতৰ সংখ্যা খুব কম। গীতটিত সুৰ কৰিছিল অমিয়ধৰ বৰুৱাই।

বন্ধ আছিল দুৱাৰ খিৰিকীবোৰ
সন্ধ্যা সোমাল কোন বাটে
ইচ্ছা নাছিল শয্যা এৰিবৰ
টানিছেহি মোক কাৰ হাতে।।

পুৱাৰ কথকী শালিকী কে'জনী
এতিয়া নিমাত হ'ল
ধূলিৰ খলিত গা ধুই থকা
টোকোৰা দুটাও গ'ল
মোৰো শেষ হ'ল নাও বান্ধি ফুৰা
স্বপ্নৰ ঘাটে ঘাটে।।

এতিয়া তোমাৰ জনাৰণ্য ঘৰ
পোহৰত জিলিকি আছে
বৰণীয়া বহু কথাৰ পোহাৰ
হাঁহিৰ খলকনিত নাচে
মোৰো মন এয়া পকি সৰি আছে
শৰতৰ পাতে পাতে।।

কবি জালুকবাৰীত থকা কালৰ কথা। ল'ৰা ছোৱালীকেইটাক লগত লৈ কবি পত্নী তেতিয়া মাকৰ ঘৰত। কবি ঘৰত অকলে অকলে। ৰাতি শুইছে কিন্তু টোপনি অহা নাই। দুৱাৰ-ঘৰ মাৰি শুইছে কিন্তু কবিক যেন কোনোবাই বাহিৰলৈ টানি আছে। কবিৰ ব্যক্তিগত জীৱনৰ নিসংগতা আৰু তাৰ বিপৰীতে থকা সপোনক তেওঁ এই গীতৰ মাজেৰে ধৰি ৰাখিছে। কবিৰ মতে হঠাতে হোৱা উপলব্ধিৰ গীত এইটো।

গীতটিত প্ৰথমে সুৰ দি বীৰেন দত্তই এবাৰ-দুবাৰ গাইছিল। পিছলৈ তেওঁ এই গীতটি নোগোৱা হ'ল। পিচত খগেন মহন্তই নতুন সুৰ ৰচনা কৰি গীতটো গাবলৈ আৰম্ভ কৰিলে।

# জানো অনুপম

এয়ে জানো মোৰ শেষ লগ পোৰা
এই সমাধিৰ জুই
ইয়াতেই জানো সকলো সপোন
চিৰকাল থাকে শুই।।

এই ফিৰিঙতি কণ কণ স্মৃতি
মাটিত নুমাই যায়
মাটিৰ দুবৰি উঠে জাকি মাৰি
তোমাৰ চিতালে চাই
তোমাৰ চিতাৰ এটি ফিৰিঙতি
নুমাল কলিজা ছুই।।

জুই নুনুমায় নালাগে নুমাব
এইকুৰা বনজুই
নুমাব নালাগে এই জীয়া জুই
ই যে মন পোৰা জুই
মোৰো কলিজাত এই জুইপুলি
সযতনে থলোঁ ৰুই।।

এইটোও প্ৰেমৰ গীত যেনেই লাগে। প্ৰিয়জনৰ বিয়োগত লেখা গান। হয়, প্ৰিয়জনৰ বিয়োগত লেখা গান। কবিৰ অন্তৰংগ বন্ধু, কবিৰ বহু গীতৰ সুৰকাৰ ব্ৰজেন বৰুৱাৰ মৃত্যুত লেখা গান। এই গীতটি হয়তো কোনেও নাগালে। সকলো আপোন মানুহৰ মৃত্যুতে এই গীতটি খাপ খায়।

জয়ন্ত, তই কি দুৰ্দান্ত বালক
সুৰ-জোৱাৰৰ জঁটাৰ ফণা
টৌৱাই দি গলি কুল-উপকূল
বালি-জিকমিক প্ৰাণৰ কণা।।

যিমান ছোহ্ৰাব যিমান বভ্ৰুবাহন
যত অভিমন্যু মুহূৰ্ততে চিৰন্তন
জয়ন্ত, তয়ো নে সেই চকুলোৰে চাকি
এপলক জ্বলি নিজকেই থলি ঢাকি
আহ চিতাজুই, জ্বলি থাক, জ্বলি থাক
বুকু জ্বলি থাক ঃ যন্ত্ৰণা।।

এই সংক্ৰান্তি কঙাল তুলসী-তল
মাটিৰ চাকিৰ পোহৰ কলৈ গ'ল
বিচাৰিছিল নে এদিন কোনোবা আহি
তুলসী-তলত জ্বলাব শলিতা দেহি
আজি কি এয়া জ্বলিছে উচুপি
কোন উত্তৰাৰ প্ৰাৰ্থনা।।

জয়ন্ত হাজৰিকাৰ লগত কবিৰ বৰ ওচৰ সম্পৰ্ক আছিল। জয়ন্ত হাজৰিকাৰ অকাল বিয়োগত কবিয়ে মনত বৰ আঘাত পাইছিল। তেওঁৰ ভাব হৈছিল অসমে এটি আপুৰুগীয়া সম্পদ হেৰুৱালে। জয়ন্ত হাজৰিকাৰ বিয়োগে মনত সৃষ্টি কৰা দুখ আৰু যন্ত্ৰণাবোধক কবিয়ে এই গীতটিৰে ধৰি ৰাখিছে। আজিলৈকে এই গীতটিত কোনেও সুৰ দিয়া নাই।

জানো অনুপম
উভতি আহিবা তুমি
তুমি আহিবা।।

যাবৰ পৰত তোমাৰ শিৰত
আইৰ পাৱৰ ধূলি আছিলে
যাবৰ পৰত তোমাৰ পাৱত
প্ৰিয়াৰ শিৰৰ চুলি আছিলে
যাবৰ পৰত অলেখ ফুলৰ
হিয়াৰ আকুল বান্ধোন আছিলে
এই বান্ধোন তুমি কেনেকৈ চিঙিবা।। তুমি আহিবা।।

তুমিতো উভতি আহিবাই
তোমাৰ সতে বহুত কথা আছে যে ঃ

আমাৰ গাভৰু মাটিৰ কথা
আমাৰ উদং ভেটিৰ কথা
আমাৰ ঘৰত আমি পৰ হোৱাৰ। কথা
আৰু দৈবকী আইৰ শিকলি খহাৰ কথা।
আমি গৃহহীন তুমি বনবাসী
আমাৰ মাজলে তুমি জানো নাহি পাৰিবা।। তুমি আহিবা।।

তুমিতো উভতি আহিবাই
তলমুৱা এই ধানৰ থোকে একান্ত মনেৰে মাতিছে
বতাহে বতাহে চিফুঙে শুনা তোমাৰ নামকে কাঢ়িছে
তোমাৰ সাগৰ-সংকাশ হৃদি মোহনাত
লুইত গংগা সিন্ধু আয়ে তোমাক অমৰ কৰিছে
আমাৰ প্ৰাণত তুমি চিৰদিন থাকিবা।। তুমি আহিবা।।

বিষ্ণুপ্ৰসাদ ৰাভা কঠিন ব্যাধিত আক্ৰান্ত হোৱা সময়ৰ কথা। ভাৰতীয় গণনাট্য সংঘই বহুতো অনুষ্ঠান পাতি তেওঁৰ চিকিৎসা ব্যয়ৰ বাবে অৰ্থ সংগ্ৰহ কৰিছিল। তেনে এটি অনুষ্ঠানৰ বাবে কবিয়ে লেখিছিল এখনি আলেখ্য, নাম আছিল 'সুৰৰ দেউল'। সেই আলেখ্যৰ বাবে বিষ্ণুপ্ৰসাদ ৰাভাৰ বহু পুৰণি অপ্ৰচলিত গীত সংগ্ৰহ কৰা হৈছিল। বীৰেন্দ্ৰ নাথ দত্ত, খগেন মহন্ত, ৰমেন চৌধুৰী, নলিনী চৌধুৰী, ৰুদ্ৰ বৰুৱা, অনিমা চৌধুৰী, নিকুঞ্জলতা মহন্ত, অৰ্চনা মহন্ত আদিকে ধৰি প্ৰায় পঞ্চাশজন মান এই আলেখ্যখনি ৰূপায়ণত অংশগ্ৰহণ কৰিছিল। বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যৰ 'বিষ্ণু ৰাভা এতিয়া কিমান ৰাতি', হীৰেন ভট্টৰ 'বিষ্ণু ৰাভা উভতি আহিব' এই দুটি কবিতাও আলেখ্যখনিত সংযোজন কৰা হৈছিল। সেই আলেখ্যখনিৰ শেষত সংযোগ কৰা হৈছিল এই 'জানো অনুপম তুমি উভতি আহিবা' গীতটি।

সংগ্ৰামী তুমি, দৃষ্টিৰে পোহৰ কৰিলা বিশ্ব
সেই পোহৰত জিলিকি উঠিছে সৃষ্টিৰ ভবিষ্য।।

যাৰ অকুণ্ঠ আত্মাহুতিৰে জীৱন জ্যোৰ্তিময়
অন্যৰ অৰ্থে উচৰ্গাৰে যাৰ জীৱন অনন্য হয়
মানৱ-জাতিৰ সেই স্থপতিৰ শিৰ কোনে কৰে তুচ্ছ
দুৰ্লভ সেই সন্তান, জননীৰ শিৰ উচ্চ
আই নাকান্দা, নাই হেৰোৱা সৰ্বস্ব।।

প্ৰাণগংগা নমোৰা মৃত্যুঞ্জয়ী ভগীৰথ
পবিত্ৰ পদচিহ্নেৰে হওক ধন্য জনপথ
নিজ স্বাৰ্থত কৰিছে যি সহজক ৰহস্য
গুচোৱা সেই মানৱদ্ৰোহীৰ মুখা, হে নমস্য
তুমিতো নোহোৱা নিস্ব, তুমি জননীৰ সৰ্বস্ব।।

এই গীতটি শিক্ষক দিবসৰ লগত ৰজিতা খোৱাকৈ ৰচনা কৰা।

জ্যোতিপ্ৰসাদে এষাৰ কথা কৈছিল - কৃষ্ণক সাৰথি কৰি অৰ্জুনে যেনেকৈ যুদ্ধ কৰিছিল তেনেকে আমি শিল্পীবিলাকেও দুষ্কৃতিৰ বিৰুদ্ধে যুঁজিব লাগিব। জ্যোতিৰ এই চিন্তাটোকে কবিয়ে এই গীতটিত অন্য প্ৰসংগত নিজৰ বাখ্যাৰে প্ৰকাশ কৰিছে। ইয়াত শিক্ষক সকলক কবিয়ে সংগ্ৰামী আখ্যা দিছে কাৰণ শিক্ষক সকলে শিক্ষা দানেৰে বিশ্বকে এক নতুন উপলব্ধি দান কৰিছে।

কবিয়ে ভাবে শিক্ষক সকলেই সমাজৰ ভেটি গঢ়োতা।

আহ অ' আহ
হাঁহি কান্দোনেৰে আহ
ইয়াতে জীৱন আমাৰ ভাই
ইয়াতে মৰণ
ই যে চেনেহৰে আঁহ
ইয়াতে পাবি সাহ।।

নাই যে সময়, নাই, নাই সে সময়
ত্ৰাস আৰু শংকা কৰ অ' দাহ
জ্বলা অ' জ্বলা তোৰ দৃষ্টি-অগ্নি
ভীৰুতা তাত যাব যে জাহ।।

এই গীতটিও একে থিমৰেই। থিমটিক এজন বিশেষ ব্যক্তিৰ অৱলম্বনৰ পৰা লৈ গৈ বহল প্ৰেক্ষাপটত স্থাপন কৰা হৈছে। কবিৰ কল্পনাৰ এই মানুহজন বিষ্ণু ৰাভা, কিন্তু গীতটিত এই বিশেষ মানুহজনে ব্যক্তিৰ সীমাৰ পৰা বহু বিশাল পৰিসৰলৈ গুচি গৈছে।

# মা আমি সদিয়ালৈ' যামেই

শিশুৰ গীতবোৰক কবিয়ে দুটা ভাগত ভগাইছে। এটা ভাগত হ'ল শিশুৱে নিজে ভবা কথা, আনটো ভাগত শিশু সম্বন্ধে আনে বিশেষকৈ মাকে ভবা কথা। শিশুৰ জগতখন সম্পূৰ্ণ বেলেগ। ডাঙৰ বিলাকে নিজৰ প্ৰয়োজনত সেই জগতখনক ডাঙৰৰ মতে সজাই ল'ব বিচাৰে। শিশু এটাই ডাঙৰক অনুকৰণ কৰে সঁচা, কিন্তু সেই অনুৰণক সিহঁতে নিজৰ মতে সজায় লয়।

আই আমাৰ কপালতে
ৰঙা সেন্দুৰেৰে
তিলক আঁকি দিয়া
ডাৱৰ ফালি ৰং মেলালৈ যাওঁ।।

সৌ চোৱা ৰঙা বেলি
ৰং আহে পাখি মেলি
জিলিঙনি জিলিমিলি
মন আমাৰ খেলিমেলি
হেঁপাহ গুচাই ৰঙৰ মেলা চাওঁ।।

আমৰ চকুত জ্বলে চোৱা
হেঙুলীয়া ৰাতিপুৱা
আই অ' আই আঁকি দিয়া
ফোঁট এটি সেন্দুৰীয়া
মন ঢালি ৰঙৰ গান গাওঁ
ডাৱৰ ঠেলি ৰং মেলালৈ যাওঁ ।।

কবিৰ চাকৰি জীৱন আৰম্ভ হৈছিল জামুগুৰিত। স্কুলৰ শিক্ষক। কবি আছিল স্কুলৰ সাংস্কৃতিক বিভাগৰ ভাৰপ্ৰাপ্ত শিক্ষক। স্কুলৰ কিবা এটি অনুষ্ঠানৰ বাবে তেওঁ স্ক্ৰিপ্ট এখন লেখিলে 'আমি পোহৰ বিচাৰি যাও'। সেই স্ক্ৰিপ্টখনতে গান এটা আছিল

'অ' আই আমাৰ কপালতে'। সেই গীতটোত শিশু এটাই কৰিব পৰা কল্পনাৰ কথা আছে। শিশুই ডাৱৰ ফালি ৰংমেলালৈ যাব। ৰং আহে পাখি মেলি, মানে চৰাইৰ নিচিনাকৈ। এইটোও শিশু মনৰে কল্পনা।

গানটো শিশু মনৰ কল্পনা হ'লেও তাত নিহিত থকা ব্যঞ্জনাৰ বাবে গীতটি অকল শিশু গীতেই হৈ থকা নাই। সি ডাঙৰৰো গীত। বাধা ভাঙি আগবাঢ়ি যোৱাৰ গীত। ডাৱৰৰ বাধা আতঁৰাই আনন্দ অনাৰ গীত।

পৰবৰ্ত্তী কালত ৰত্ন ওজাই শিশুৰ কাৰণে প্ৰস্তুত কৰা সাহিত্য সংকলন এটিৰ নাম দিছিল 'ৰং আহে পাখি মেলি'।

মা আমি সদিয়ালে' যামেই
মা আমি সত ফুল খামেই
বান্ধিম মা বান্ধিম আমি
কেঁচা পাতত লোণ।।

সদিয়া নো কি ৰিং এটাৰ বাট
সত-ফুলবোৰ ফুলি থাকে তাত
যিহে হালে জালে নাচৰ তালে তালে
কেঁচা কোমল পাত
খান্দিম আমি খান্দিম মা
নৈৰ বালিত সোণ।।

সদিয়া নো কি আৰু উজাই যাম
গৈ গৈ গৈ চামপো নৈ পাম
মানস সৰোবৰত ৰাতিপুৱাৰ পৰত
এবাৰ গা ধুই চাম
হিমালয় বগাই তেতিয়া মা
থপিয়াই ধৰিম জোন
মা চাই থাকাঁচোন।।

শিশু মনৰ এটি বিশেষত্ব হ'ল তাক বাধা দিয়া কামটো সি কৰিবই।

সদিয়ালৈ নাযাবা, শতফুল নাখাবা, কেঁচা পাতত নাবান্ধিবা লোন - এই প্ৰচলিত গীতটিকে শিশুৰ দৃষ্টিকোণেৰে বিচাৰ কৰি শিশুৰ প্ৰতিবাদী মানসিকতাৰ লগত খাপ খোৱাকৈ ৰচনা কৰা হৈছে। শদিয়ালৈ যাবলৈ মানা কৰা হৈছে, কিন্তু

শিশুটি যাবই। অকল শদিয়ালৈ যোৱাই নহয়, তাৰ কল্পনা তাৰ পিচতো আগবাঢ়ি যায়।

উলি তামোলৰ পুলি আনি ৰুলি ক'ত তুলতুলি
কুলি বুলি তই সেইটো কি আঁকিলি
হে গ'ল দেখোন বুলবুলি।।

উলি তামোলৰ হালিলে পাত
বুলবুলিটোৱে লগালে মাত ঃ
তুলতুলী অ' তুলতুলী
চাচোন আহি চকু মেলি
পদুলি মুখৰ দুবৰিডৰাত
পুৱা যে সৰিছিল শেৱালি
কংকণহঁতে কিংকিনীহঁতে
লৈ গুচি গ'ল বুটলি
আজি এই দোকমোকালি।।

তুলতুলীয়ে ক'লে মাৰি হামি
উঠিবলৈ গৈছোঁহে আমি
বুলবুলি অ' বুলবুলি
শুই থাকচোন শোঁ বুলি
লেপ নাই যদি তামোল পাতৰ
টোকোৰা বাহটোকে ল মেলি
ৰাতিপুৱাতেই উঠি মছিাতেই
হুলস্থুলখনহে লগালি
কেঁচা টোপনিটো ভাঙিলি।।

ভুৰুং কৰে উৰি গ'ল বুলবুলি
ঘোঁট ঘোঁট শুই থাকিল তুলতুলী।।

এই গীতটিৰ বিশেষত্ব হ'ল একে ধ্বনিৰ বাৰাম্বাৰ ব্যবহাৰ। ইংৰাজীত শব্দৰ এই খেলক 'টাং টুইষ্টাৰ' বোলা হয়। শিশুৰ উচ্চাৰণ শক্তি বৃদ্ধি কৰাত এনে গীতে প্ৰচুৰ সহায় কৰিব পাৰে।

কেশৱ মহন্তৰ এই গীতটি অকল ব্যবহাৰিক দিশৰ পৰাই নহয়, শিশুৰ

মনোজগতৰ ছবিৰ প্ৰকাশৰ দিশৰ পৰাও আমোদজনক। শিশু মনটোক কবিয়ে কি ধৰণে উপলব্ধি কৰে তাক এই গীতটোৰ পৰা বুজিব পাৰি।

টুপ টুপ টুপলি পানী পালে মুকলি
সময় গ'ল উকলি
শুই থকা শিয়াল, ধৰিব নোৱাৰ হাঁহ।।

ফৰ্মুটি মাৰিলেই আম সৰি পৰে
কিনো জানো ফৰ্মুটি গছত লাগি ধৰে
আমে বোলো নসৰোঁ, ফৰ্মুটি নপৰোঁ
ক'ত পাৱ চাচোন লম্বা এডাল বাঁহ
সামান্য আম এটাৰ ইমানটো সাহ।।

এই শুন শুন
গৰ্ব নামৰ পৰ্বতত উঠি আছিল জোন
সেই গৰ্ব খৰ্ব কৰি জোনত উঠিল কোন
আমটো পাৰিব নোৱাৰ
জোনটোলৈ মেল হেঁপা
বিলাতত উপজি বজাৱ বিহুৰ পেঁপা।।

ফুল ফুল চুপহী
পাহ মেলি হ ৰূপহী
আজি ফুল কাইলৈ ফুল ফুল বাৰ মাহ
মিলিজুলি উমলিম বাহ বাহ বাহ।।

এই গীতটিত প্ৰথমে সুৰ কৰিছিল খগেন মহন্তই। পিচত ব্ৰজেন বৰুৱাই গীতটি পাই লৈ গ'ল লভিতা নামৰ চিনেমাৰ বাবে। চিনেমাখনৰ চিকুৱেন্সৰ লগত খাপ খোৱাকৈ গীতটিত নতুনকৈ সুৰ দি লৈছিল। গীতটি এই সুৰটোৰেই জনপ্ৰিয়।

আম লমালমে
লাগে। দমে দমে সৰে।
খালে বামে পৰে।
খাম লগে ভাগে।
যাম আগে আগে।
চাম কোনে কিটো কৰে।

মেঘ ঘৰ ঘৰ পানী হুৰ হুৰ
বতাহ হুৰ হুৰ, চা
গাজনি গিৰিং বিজুলী চিৰিং
সৰা আম বুটলি খা।
তোল তুল তুল পকা আম তোল
ডাল ভৰি ভৰি সৰে।।

মহ কোঁ কোঁ ডাঁহ ভোঁ ভোঁ
মাখিৰ লেতেৰা গা
খৰধৰ কৰ খং উঠি বৰ
জ্বলি পকি আছে মা
ব'ল ব'ল ব'ল
বৰ দেৰি হ'ল
হিলদল ভাঙি জোৰে।।

আমাৰ যিবোৰ শিশু পাঠ্য আছে সেইবোৰত উপদেশ বৰ বেচি থাকে, সিহঁত বিৰক্ত হয়। উপদেশ সিহঁতে ভালেই নাপায়। সিহঁত লাগে স্ফূৰ্তিৰ-ধেমালিৰ কথা।

এই ভাবটোৰে ক্ৰিয়া কৰিছে এই গীতটিত। স্ফূৰ্তিৰ কথাও আছে, লগতে সাহসৰ কথাও আছে।

জুন জুন জুন জুন জুনুকাযোৰনো কোনে দিলে
কণ কণ কুমলীয়া ভৰি দুখনি তোৰ
আলফুলে আথেবেথে
কোনে বাৰু বান্ধিলে।।

কি নাচোন তই নাচ
কি কাচোন তই কাচ
কাৰ লৱণু চুৰ কৰা
কাৰ হাতত ধৰা পৰ
কোন যশোদাৰ বান্ধোনে নাটিলে।।

ধূলি-মাটি ক'ত লগালি মই মৰি যাওঁ
বাটত কি লগাই আহিলি গোচৰ হে পাওঁ
কোনোবা কালিন্দীৰ কালী

জানো আছে ফণা মেলি
নুফুৰিবি অকলশৰে
বুকু মোৰ ধিপ ধিপ কৰে
মোৰে শপত, চাচোন মোৰ ফালে।।

আমাৰ ঐতিহ্যৰ স্বাক্ষৰ বহন কৰা কৃষ্ণ -যশোদাৰ যি ৰূপ সকলো মাতৃ আৰু শিশুৰে ৰূপ সেই একেই। এই ভাবেৰেই গীতটি লেখা হৈছে। গীতটিত কিছুমান শব্দ আছে, কিছু কথা আছে যিবোৰ শিশু এটিয়ে নজনাই স্বাভাবিক। 'সি জানিব লাহে লাহে যদিহে সি গীতটি সুৰে সতে ভাল পায়। ডাঙৰ হ'লে জানিবৰ চেষ্টা কৰিব।'

দেউতা দেউতা
ডেউকা মেলি
এজাক পাৰ
ডাৱৰ ঠেলি
সৌৱা উৰি যায়
চোৱাঁ যায় উৰি যায়।।

ডাৱৰে ঢাকে
ৰঙা বেলি
পাৰ জাক যায়
ডাৱৰ ঠেলি
আহা-হা কি
মজাৰ ধেমালি
চোৱাঁহিচোন চোৱাঁহি আই।।

পাৰৰ পাখিত
দিওঁ নে গাঁথি
জগৎ জোৰা
এখন চিঠি
দিওঁ নে লিখি
পাখিৰ কাপেৰে
'আহাঁ, আহাঁ, খেলোঁ ভাই ভাই'।।

এই গীতটি ব্ৰজেন বৰুৱাই সুৰ কৰিছিল। প্ৰচাৰ হৈছিল আকাশবাণী যোগে। কবিৰ বহু শিশু গীত জনপ্ৰিয় হৈ উঠাৰ অন্যতম কাৰণ আছিল খগেন মহন্তৰ প্ৰশিক্ষণ আৰু আকাশবাণীৰ প্ৰচাৰ।

আজি মন ৰঙা
হ'ল পণ ৰঙা
সাতোখন মহাদেশ ৰঙে ৰঙা
মেলা মেলা হাত মিলাই দিয়া
জগতখনেই হওক হাঁহি-ৰঙা।।

ব্ৰহ্মপুত্ৰত মাৰিলোঁ বুৰ
মিছিছিপি কিমান নো দূৰ
গংগা ভল্গা কি হোৱাংহো
ভাঙা ভাঙা ভেটা ভাঙা।।

ক'লা বগা হালধীয়া
সেয়া গাৰহে বৰণ উপৰুৱা
তেজৰ ৰঙে ক'ত দেখিছা
বেলেগ বেলেগ বৰণ লোৱা
এই পৃথিবী আমাৰেই ঘৰ
নাই যে নাই তাত আপোন-পৰ
আমি সকবোৰ তাৰেই পোহৰ
ৰঙিয়াল ৰ'দ একো চেৰেঙা।।

এই গীতটি অলপ পৰিপক্ক শিশু অৰ্থাৎ তেৰ-চৈধ্য বছৰৰ শিশুহঁতৰ বাবে লেখা। গীতটিৰ সুৰ কৰিছিল ৰমেন বৰুৱাই।

বাঁহৰ মূঢ়া বগৰীৰ গুড়া
এটা যে আছিল বুঢ়া
সৰু ল'ৰাবোৰে মাতে জোৰে জোৰে
ক'লৈ যোৱা টলৌ খুৰা।।

টলৌ খুড়াৰ হলৌ চোলা
জলৌ জপৌকৈ যায়

ৰাতিপুৱাই ভাত ৰান্ধি লৈ
দুয়ো বেলা অকলে খায়।
ভতিজাহঁতে
এদিন সোমাই খণ্ডতে
যিমান ভাত আছিল পেলালে খাই।।

ৰাতি সোমাই দেখে খুড়াই
সোপাকে পেলালে খাই
ঈশ্বৰে বোলে, অকলে খালে
হ'বই এনে বিলাই
বুজি পাই খুড়াই
আকৌ চাউল সিজাই
ভতিজাহঁতক দিলে খুৱাই।।

'টলৌ বুলি মানুহ এজন আছিল আমাৰ গাৱত। খুব খাব পাৰে। সৰু ল'ৰা-ছোৱালীবোৰে তেওঁৰ বৰ দিগদাৰী দি থাকে।'

সেই টলৌ আহি ইয়াত খুৰা হৈ দেখা দিছে।

# তেজৰ তীব্ৰধাৰ

দুটা যুগৰ তৰোৱাল
আমাৰ প্ৰাণত বোৱালা তোমাৰ তেজৰ তীব্ৰধাৰ
মুক্তি সমুদ্ৰত জোৱাৰ তুলিলা তুলনা নাই তোমাৰ।।

ভাগ্যবান আজি ভগবান আৰু আল্লা
দুয়ো সহোদৰ মাতৃ স্বাধীন বাংলা
এই মাটিতেই অফুৰন্ত প্ৰাণ-বল
এই মাটিতেই প্ৰাণৰ প্ৰচন্ড ধল
এই মাটিতেই নিখিল বিশ্বৰ মুক্তিৰ অংগীকাৰ।।

যি পাপ কৰি মৰি লোপ পালে
গণহন্তা হিটলাৰ
তাকেই দোহাৰি কোন ইয়াহিয়াই
পাব পাৰে নিস্তাৰ
আজি বুজি পালো দেশে দেশে মোৰ দেশ
সীমাতেই থাকি দেখিলোঁ সীমাৰ শেষ
মৰণৰ আজি দেখিলোঁ অমৰ বেশ
সীমাৰ মাজত অসীম তুমি তোমাক নমস্কাৰ।।

বাংলাদেশ স্বাধীন হোৱা সময়ত লেখা হৈছিল এই গীতটি। বংগবন্ধু মুজিবুৰ ৰহমানে সমগ্ৰ মুক্তিকামী মানুহৰ মনত যি অংগীকাৰৰ জন্ম দিছিল সেই ভাবটোৰ অনুভবত লেখা এই গীত।

দুটা যুগৰ তৰোৱাল পদ্মাত পেলাই দিলা
পদ্মাই হাঁহি হাঁহি পদুমেৰে ভৰালে কোলা।।
তাৰ সৌৰভেৰে
তাৰ গৌৰবেৰে

তাৰেই মদিৰাৰে
মন প্ৰাণ হ'ল যে উতলা।।

দোকমোকালিতে এই ছাটি
ক'ৰেনো বাউলী বা
কোলাত তুলি কি আনিলি
ইয়াতো বিলাই যা
লুইতৰ বালিতে ন ৰ'দালিতে
এয়াযে প্ৰাণৰ মিলন মেলা।।

বুকু ভৰি আছিল আমাৰ
আপোন কৰা সুৰ
দুটা যুগৰ তৰোৱালে
কৰিছিলে দূৰ
পদ্মাৰ পাৰৰে অ' নাৱৰীয়া
তুমি আমাৰ আকৌ আপোন হ'লা।।

বাংলাদেশ স্বাধীন হ'ল, ভাৰতৰ বন্ধু হ'ল, এতিয়া আৰু তৰোৱালৰ কাৰবাৰ নাই। সেই দ্বন্দ-খৰিয়াল সেইবোৰ আছিল পাকিস্তানৰ লগতহে। এতিয়া সেইবোৰৰ শেষ হ'ল। গতিকে তৰোৱালবোৰ পেলাই দিয়া হ'ল। কবিয়ে সদায়েই হিংসাৰ বিৰুদ্ধেই মাত মাতি আহিছে। বাংলাদেশৰ জন্মত তেওঁ দুখন দেশৰ মাজৰ বহুদিনীয়া হিংসাৰ অৱসান ঘটাৰ যি উজ্বল আশা দেখা পাইছে তাকেই এই গীতটিৰে প্ৰকাশ কৰিছে।

আনা আনা অ' লুইত
মেঘনাৰ ঢৌ
মোৰ হৃদয় সাগৰ নতুন লহৰেৰে
আজি থৌকি বাথৌ।।

মোক এৰি যাৰে তুমি মিলিলা
তাৰ বেথা মোক দেখোন নিদিলা
মোৰ মন ৰিঙা ৰিঙা লাগিছে
প্ৰাণ ডিঙা ভটিয়নিত উঠিছে

সময় হ'লনে নৌ
অ' মেঘনাৰ ঢৌ।।

কথাৰে বান্ধো তোমাক
তেজেৰে বান্ধো তোমাক
মেঘনাৰ নিছিগা ধাৰ
আপোন কৰা এইবাৰ
তোলা অভিনব ঢৌ
অ' মেঘনাৰ ঢৌ।।

ব্ৰহ্মপুত্ৰ নদীখনে বাংলাদেশত মেঘনা নাম লৈছে। মেঘনাত উঠা ঢৌটোৱে কবিক আনন্দিত কৰিছে। তেওঁলোকে ভাষাৰ ভেটিত দেশ এখন গঠন কৰিলে, তাত জাতীয় সংগীত হিচাপে গ্ৰহণ কৰিলে ৰবীন্দ্ৰ নাথৰ 'সোণাৰ বাংলা' গীতটি - এইবোৰে কবিক আবেগিক কৰি তুলিছিল। জননেতা মুজিবুৰ ৰহমানৰ নেতৃত্বইও কবিক আশাবাদী কৰি তুলিছিল। কবিৰ আশা আছিল যে এই দুখন দেশৰ মাজত আগৰ দ্বন্দ-হাইখন নাথাকিব।

'মুজিবুৰ ৰহমানে এটা কথা কোৱা মনত পৰে। তেওঁ কৈছিল - আমাকে কে মাৰবে? মই ইমান পুপলাৰ মোক কোনে মাৰিব? তেতিয়া মানুহবিলাকে কৈছিল যে বেয়া কথা এটা ক'লে। মহাত্মা গান্ধীওতো পপুলাৰ আছিল, তেওঁকোতো মাৰিলে। জনপ্ৰিয়তা থাকিলেও সমাজত কিছুমান ইভিল ফ'ৰ্চ থাকে, সেইবোৰে জানে জানে যে এনেকুৱা মানুহ একোজনক শাৰীৰিকভাবে শেষ কৰি দিব নোৱাৰিলে সেই ফ'ৰ্চবোৰে কাম কৰিব নোৱাৰে। সেইবাবেই গান্ধীক মাৰিলে, লিংকনক মাৰিলে, মুজিবুৰকো মাৰিলে।'

# আমি যেতিয়া গান গাওঁ

আৰু যে সময় নাই বলা ওলাই যাওঁ
মেঘে গাজক
ধুমুহা আহক
হাতীৰো পিছলক পাও
তথাপি ওলাই যাওঁ
বলা ওলাই যাওঁ।।

বহি বহি গুণি-গাঁথি থকাৰ সকাম কি
মৰিশালিৰ শান্তি কিয় জীৱনলে পিঠি দি
কোবাল নদীত সাজু চোৱা
তোমাৰ জীৱন নাওঁ
ব'লা ওলাই যাওঁ।।

দিগবলয়ত শিশু-সূৰ্যৰ চোৱা অভ্যুদয়
নতুন কালৰ ৰূপে গুণে কি যে জ্যোৰ্তিময়
জ্যোতিৰ যাত্ৰী হওঁ যদি যেন
সূৰ্যৰ জ্যোতি পাওঁ।
বলা ওলাই যাওঁ।।

ভাৰত আৰু ছোভিয়েট ৰাচিয়াৰ মাজৰ মৈত্ৰী বান্ধোন কটকটীয়া কৰিবলৈ ইন্দো-ভাৰত কালচাৰেল চ'চাইটি নামৰ এটি সংগঠনৰ জন্ম দিয়া হৈছিল। দুই দেশৰ সাংস্কৃতিক বিনিময়ৰ বাবে এই সংগঠনে কাম কৰিছিল। এই সংগঠনৰ এখন সভা অনুষ্ঠিত হৈছিল গুৱাহাটীত। তাত পৰিবেশনৰ বাবে এই গীতটি ৰচনা কৰা হৈছিল আৰু গাইছিল ৰিদিপ দত্তই।

পিচত খগেন মহন্তই এই গীতটিত আকৌ সুৰ কৰে আৰু গীতটি আকাশবাণী যোগে সমবেত কণ্ঠত প্ৰচাৰ হয়।

মাতৃ তোমাৰ প্ৰান্ত, তোমাৰ প্ৰান্তৰ
উখল-মাখল জীৱনেৰে নৱ-জন্মৰ
মৃত্যুঞ্জয়ী এই মহান অভিযান
কণ্ঠে কণ্ঠে উঠে অভিনৱ গানঃ
জয় জোৱান জয় কিষাণ।।

জাউৰি জাউৰি বজ্ৰ-প্ৰমাণ কামান অগ্নিবৰ্ষী
মন নিৰ্ভীক, জ্বলে ততোধিক সাহস গগনস্পৰ্শী
শত্ৰু পলায় অস্ত্ৰ পেলাই সাহ ভাগি থান থান
জনমভূমি ৰজনজনাই যায় বীৰ সন্তান।।

তৰোৱাল পিটি ভাবিছিলোঁ আমি গঢ়া নাঙলৰ ফাল
ৰণ-মতলীয়া কাপুৰুষদলে তুলি ল'লে তৰোবাল
সেয়ে তুলি ললোঁ অস্ত্ৰ আমিও অমোঘ মৃত্যুবাণ
এক হলোঁ আমি শিখ, পাৰ্চ্ছী, হিন্দু-মুছলমান
বৌদ্ধ জৈন খ্ৰীষ্টিয়ান।।

পথাৰে পথাৰে সীৰলু সীৰলু নাঙলৰ অভিযান
এই মাটিতেই শক্তি দেশৰ এই মাটিতেই প্ৰাণ
নাঙলে কামানে এনাজৰী বান্ধি ৰাখিব দেশৰ মান
সৈনিক আৰু কৃষকৰ সেয়ে মধুৰ ঐক্যতান
জয় জোৱান জয় কিষাণ।।

১৯৬৫ চনত পাকিস্থানে ভাৰত আক্ৰমণ কৰা সময়তে লেখা গীত এইটো। সেই সময়ৰ ভাৰতৰ প্ৰধানমন্ত্ৰী লাল বাহাদুৰ শাস্ত্ৰীয়ে এটা শ্লোগান দিছিল - জয় জোৱান জয় কিষান। এই শ্লোগানে কবিক খুব আকৰ্ষণ কৰিছিল। কাৰণ ভাৰতৰ প্ৰায়বোৰ সৈনিকেই আছিল কৃষকৰ ঘৰৰ সন্তান। ভাৰত প্ৰকৃততে খেতিয়কৰ দেশ। অমাৰ দেশ আক্ৰান্ত হোৱা মানে কৃষক আক্ৰান্ত হোৱা। কৃষক সন্তানেই দেশক ৰক্ষা কৰিবলৈ গৈছে। এই আবেগৰেই কবিয়ে এই গীতটি ৰচনা কৰিছিল।

গীতটিত সুৰ দিছিল ৰুদ্ৰ বৰুৱাই। কবি তেতিয়া আছিল শান্তিপুৰত। ৰুদ্ৰ বৰুৱা প্ৰায়েই তেওঁৰ ঘৰলৈ আহিছিল আৰু নতুন কি গীত লেখিছে খবৰ কৰিছিল। 'তেওঁক মই এই গীতটি দেখুৱালোঁ। তেওঁ গীতটি পঢ়ি ইমানেই ভাল পালে যে লগে লগে জেপত ভৰাই ললে আৰু ক'লে যে গীতটি তেওঁ সুৰ কৰি গোৱাব। গীতটি তেওঁ আনক দিবলৈ মানা কৰিলে।'

তাৰ কিছুদিন পিচতেই প্ৰধানমন্ত্ৰী অসমলৈ আহিছিল। সেই উপলক্ষে আয়োজিত এখন সভাত এই গীতটি সমবেত কণ্ঠত পৰিবেশন কৰা হৈছিল। প্ৰধান মন্ত্ৰীয়ে বুজি পাব পৰাকৈ গীতটো ভাঙনিও কৰি দিয়া হৈছিল। প্ৰধানমন্ত্ৰীয়ে গীতটো শুনি খুব ভাল পাইছিল আৰু ভাৰতৰ আকাশবাণীৰ সকলো কেন্দ্ৰতে গীতটিৰ অনুবাদ একে সুৰতে প্ৰচাৰ কৰিবলৈ নিৰ্দেশ দিছিল। পিচত প্ৰধানমন্ত্ৰীয়ে কবিক লগ পাবলৈ মাতি পঠিয়াইছিল। কিন্তু সেই কামটো নীতি বিৰুদ্ধ হ'ব বুলি কবিয়ে প্ৰধানমন্ত্ৰীক লগ পাবলৈ নগ'ল। গীতটি পৰিবেশনত সুৰকাৰ মুকুল বৰুৱাৰো ভূমিকা আছিল।

সুৰে গৰকা আমাৰ আমাৰ ওপজা মাটি
পৃথিবীৰ স'তে আছিল সখি পাতি
বন্ধু মৰাল-পখী
চিনি পালা তুমি সুঁতি
অন্তিম গীত গাই গ'লা পখী
সোঁতে সোঁতে বুকু পাতি।।

ৰঙা ফুল ফুলে কৃষ্ণচূড়াৰ গাত
আগলি বতাহে কঁপায় কলৰে পাত
সন্ধ্যা আজিও তুলসীৰ তল
উজলাই জ্বলে বাতি
আমাৰে জোনাকী কলিজা জ্বলে
ওৰে দিন ওৰে ৰাতি।।

সুৰ বাহিনীৰ নতুন সেনানী তুমি
আমিতো তোমাৰে সৈন্য অনুগামী
সুৰৰ সোঁততে সাঁতুৰি-নাদুৰি
আমাকো নিছিলা মাতি
আজি তুমি নাই সাৰথি আমাৰ
তোমাৰ মোহন-স্মৃতি।।

দীপক সংঘৰ সদস্যসকলে জয়ন্ত হাজৰিকাৰ স্মৃতি দিবসত পৰিবেশন কৰিব পৰাকৈ গীত এটি লেখি দিবলৈ কবিক অনুৰোধ কৰিছিল। সেই অনুৰোধতেই এই গীতটিৰ জন্ম।

পানীমলা পানীমলা
পানী যে শুকায়ে গ'ল।।

কি ক'লা কি ক'লা চেনাই
আশা যে বুকুতে ৰ'ল।
আইৰে ঘৰতে কি পাম বুলি
আহিছিলি লছেপছী
কালৰ বতাহে নুমুৱাই দিলে
হিয়াৰ শলিতা গছি
ঘৰ যে আন্ধাৰ হ'ল।।

ভৈয়ামৰে দুবাহু ঐ
এৰি থৈনো ডালিমী ঐ
কাৰেনো বুকুলৈ গ'ল·
কঁকাল খামুচীয়া ঘুৰিও নুঘুৰে
বিহুতলী ৰিঙা ৰিঙা হ'ল।
হায় মোৰ মৰম মলঙি গ'ল।।

মৰম নমলঙে অ' পানীমলা
মন নেভাঙিবি অ' পানীমলা
উভতি নেযাবি গুচি ঐ
অ' পানীমলা ল পানীমলা
পীৰিতিৰ পদূলি মচি।
খানিব জানিলে পানী পানীমলা
শুমান পুখুৰীতে পাবি।
চকুপানী টুকি কিয় পানীমলা
ঘৰলৈ উভতি যাবি
বিহুত লাগিবৰে হ'ল।।

এইটো আছিল জয়ন্ত হাজৰিকাই কবিৰ পৰা নিয়া প্ৰথম গীত। গীতটি নিয়া হৈছিল প্ৰগতি শিল্পী সংঘৰ কোৰাচৰ বাবে। এটা ঘৰত গীতটিৰ আখৰা চলি আছিল। ৰমেনদাইঁতেও সেই গীতটি গাইছিল। সেই আখৰা কৰা ৰুমটোৰ কাষতে পানীমল নামৰ মানুহ এজন আছিল। তেওঁ ভাবিলে যে গীতটি তেওঁক ঠাট্টা কৰি লেখা

হৈছে। আখৰা চলি থাকোতেই মানুহজনে তেওঁলোকক খেদা ধৰিলে। পিচত আন ঠাইত আখৰা কৰি গীতটি গোৱা হৈছিল।

সঁজা ভাঙি এজাক চৰাই
মুকলিলে' আহিল ওলাই
ৰ'দৰ সোণালী ঢৌ পাই
আপোন পাহৰি উৰি যায়।।

পখীৰ পাখিৰ পৰে ছায়া
ছিগি যায় বন্ধনৰ মায়া
বন্দীয়ে মুক্তিৰ পথ পাই
শিকলি চিঙাৰ গান গাই যায়।।

পখীৰ মাতত ৰাগি লাগি
ৰুদ্ধ আত্মা উঠে জাগি
বান্ধ ভাগি আগুৱাই যায়
মুক্তিৰ গীত গাই গাই।।

স্কুলীয়া চেমনীয়া ছাত্ৰ ছাত্ৰীৰ মাজত আকাশবাণীয়ে আয়োজন কৰা এটি সৰ্বভাৰতীয় প্ৰতিযোগিতাৰ বাবে এই গীতটি লেখা হৈছিল। ৰাজ্যিক ভিত্তিৰ প্ৰতিযোগিতা। অসমৰ বাবে এই গীতটি লেখা হৈছিল। সুৰ কৰিছিল গুণদা দাসে। 'গুণদাই এটা সময়ত সুৰেৰে দিগ্বিজয় কৰিছিল। মোৰ কেইবাটাও গানত সুৰ দিছিল, সুৰেৰে-গানেৰে অসম ঢৌৱাই পেলাইছিল। পিচত তাইৰ এজমা হ'ল, তাই গান গাব নোৱৰা হ'ল।'

সেই গুণদা দাসেই গীতটিত সুৰ দিছিল, গীতটিয়ে সৰ্বভাৰতীয় পৰ্যায়ত প্ৰথম পুৰষ্কাৰ লাভ কৰিছিল।

ক'লা ক'লা মেঘবোৰে ঢাকি থৈছিল বেলি
কিনো এজাক বতাহ আহিল ৰঙা পাখি মেলি
মেঘ ভযত ত্ৰাহি ত্ৰাহি
বেলিৰ চকুত জয়ৰ হাঁহি
মাটিৰ বুকু উখল মাখল ৰ'দ ওলাল বুলি।।

ৰ'দ ওলাল ৰ'দ ওলাল পুৱাৰ আকাশ ফুটি
নামি আহিল পাৰ ভাঙি পোহৰৰে সুঁতি
সুঁতি ভাঙি থৌকি বাথৌ ৰংচঙীয়া ঢৌ
মাটিৰ নতুন মাতত শুনা বৰসিছে মৌ
কিনো চিকুণ মৰম তাতে থাকে অ' উমলি।।

ফুল-কলি মূৰ তুলি বোলে, 'পাহি মেলোঁ'
গজালিয়ে বোলে দুলি, 'ৰক্ষকৰ চুমা পালোঁ'
সখিয়তী পখীটিয়ে ডালত পৰি মাতে
'আজি আৰু কাক বান্ধিবা, দুই আঙুল নাটে'
শুনি আমি গানে গানে হলোঁ যে বাউলী।।

এই গীতটিও আকাশবাণীৰ একেই প্ৰতিযোগিতাৰ বাবে লেখা। গুণদা দাসেই সুৰ কৰিছিল এইটো গীতো। গীতটিয়ে দ্বিতীয় পুৰষ্কাৰ লাভ কৰিছিল।

হিংসাৰ চিকমিক চোকা তৰোৱাল
তাক পিটি গঢ়ো আমি নাঙলৰ ফাল
মৃত্যুৰ খালবোৰ চিন মাৰি যাওঁ
নাঙলৰ সিৰলুত প্ৰাণ ওপচাওঁ।।

বিশ্ব আমাৰ ঘৰ, দেশ বাটচ'ৰা
মানুহ আমাৰ ভাই জাতিৰে আঁতৰা
হৃদয় আমাৰ এয়া
সীমা তাৰ নাইকিয়া
জ্যোতিৰ মিলন সভা তাতে দেখা পাওঁ।।

আমাৰ সপোন ঃ দেশ প্ৰেমেৰে গঢ়াৰ
আমাৰ সপোন ঃ বিশ্ব আপোন কৰাৰ
ৰণাগ্নি নুমাই আমি হোমাগ্নি জ্বলাওঁ
লগ্ন-গ্ৰন্থি দিলোঁ, উঠা, 'কোৱা, ভাল পাওঁ'।।

'মই এবাৰ শিৱসাগৰলৈ গৈছিলোঁ। তাত কিবা প্ৰসংগত এজন বুঢ়া মানুহৰ তালৈ মোক লৈ গৈছিল। অধ্যয়ণপুষ্ট বয়সীয়াল মানুহ। কথাৰ মাজতে মানুহজনে মোক ক'লে বোপাই, তুমি বাইবেল পঢ়িছা? মই ক'লোঁ - ক্লাছত লগাখিনি পঢ়িছোঁ,

তাৰ বাহিৰে পঢ়া নাই। ক'লে -পঢ়িবা। তাত এটা কথা আছে, আমি যেতিয়া আমাৰ এই তৰোৱাল-চৰোৱাল পিটি পেলাই নাঙল বনাব পাৰিম তেতিয়াহে সমাজলৈ শান্তি আহিব। কথাষাৰে মোক খুব ইমপ্রেছড কৰিলে। সেয়া আছিল পঞ্চাছৰ দশকৰে কথা।

তাৰ বহু দিনৰ পিচৰ কথা। বাষষ্ঠি চনৰ কথা। মই তেতিয়া ছোভিয়েট দেশ পত্রিকাত কাম কৰোঁ। এদিন সেই পত্রিকাখনতে এটা ছবি দেখিলোঁ তৰোৱাল এখন পেলাই তাক পিটি বেকাঁ কৰি নাঙলৰ ফাল বনাই আছে। মোৰ ভাব হ'ল ইহঁতেও বাইবেলৰ কথাটোকে ধৰিছে। তাৰ পিচতে মই এই গানটো লেখিলোঁ। আচলতে মোৰ মূল উৎস আছিল শিৱসাগৰৰ সেই মানুহজন। ছোভিয়েট দেশৰ ছবিখনে কথাটো কনফার্ম কৰিলে। সেই সময়ত মানুহে কৈছিল এইটো নকল কৰিছে। মই কথাটো মানি নলও। মই ঐতিহ্যৰ পৰা ৰস সংগ্রহ কৰি নিজে স্বতন্ত্র হৈ উঠা কথাটোতহে বিশ্বাস কৰোঁ। অতীতৰ পৰা সংগ্রহ কৰি লগাখিনি গ্রহণ কৰি আমি নতুন হৈ যাওঁ।

ঘৰ সাজোঁহি আহা আহা ঘৰ পাতিব লাগে
নতুন ঘৰৰ সপোন আজি আমাৰ মনত জাগে।।

দূৰ দূৰণিৰ ৰং ৰেঙনি ওচৰ চাপি আহে
বন বননিত ৰমৰমনি ঘৰৰ সপোন ভাঁহে
হাবি বননি গছ গছনি কাটা ভাগে ভাগে
নতুন মাটি নতুন আশা নতুন সপোন জাগে।।

বন ৰজাটি বাঁহৰ কাঠিৰ গোজৰণি মিছা
ন-পঁজাটি জীৱন কাঠিৰ সিহে মাথোঁ সঁচা
বাধা বিঘিনি একো নগনি লগে উজাব লাগে
বাট এৰি দি কুঁৱলিয়ে, চোৱা, ক্ষমা মাগে।।

প্রায় ফিফটি ফ'ৰৰ কথা। কবি তেতিয়া থাকে ব্রজেন বৰুৱাহঁতৰ পিচপিনে থকা ভাড়া ঘৰ এটাত। গীতটিত আছে নতুন ঘৰ সজাৰ কথা, নতুন ঘৰ পতাৰ কথা।

নতুন ঘৰ মানে অকল এজনৰ ঘৰ নহয়, সমাজ খনৰ ঘৰ। এইটো কৰোতে বাধা আহিব, গীতটিত হাবি বননি কটাৰ কথা আছে, তাৰে লগত সংগতি ৰাখি বাধাবিঘিনিক বুজোৱা হৈছে বন ৰজাৰে। কিন্তু 'বন ৰজাটি বাঁহৰ কাঠি'ৰ। ভাওনাৰ বাবে বাহঁৰ কাঠিৰ মুখা বনোৱা হয়, এই মুখা দেখি কণমাণিহঁতে ভয় খায়, সিহঁতক

বুজোৱা হয় 'নাথায় নাথায়, সেইটো বাঁহৰ কাঠিৰ মুখা', এই প্ৰকাশ ভংগীমাকে গীতটিত ব্যবহাৰ কৰা হৈছে।

আই অ' শিপিনী
কেঁচা ৰ'দৰ ৰেঙনি
এচেৰেঙা গালে মুখে পৰে
কিনো ফুল বাছিছাঁ, কিনো কথা গাঁথিছা
মন মোৰ উৰে উৰে।।

দোৰপতি ঘনেপতি গৰকাই আনে মাতি
ৰাছ চলে সাঁচ বহুৱাই
মাকো মৰমৰ সাঁকো যাওঁ-থাকো যাওঁ-থাকো
মহুৱাই মন নচুৱায়।
ববোৰে ঠেহ ধৰে শিপিনীৰ বুকু লৰে
কেণা লাগি আমনি কৰে
আহা, মন মোৰ মৰে মৰে।।

অ' শিপিনী,
এই পুৰণি তাঁতখন সামৰিবৰ হ'ল
অ' শিপিনী,
আৰু এখনি তাঁতৰ বাটি কাঢ়িবৰে হ'ল ঃ
দীঘ দিবা গতিৰে
বাণি শান্তিৰে
প্ৰীতিৰে বাচিবা ফুল
সূতা আৰু নিছিগে আমনিও নালাগে
নালাগে আৰু আউল।।

ক.
আমি আহিছো হেজাৰ কানাই
জগৎ ঢাকিবলৈ কাপোৰ যে নাই
শিপিনী, তোমাৰ চাপিছোঁ কাষ
আমাৰ কাপোৰৰে শুনা আভাষ ঃ
বগলী পাখি যেন বগা কপাহ

লাগি আছে মনৰ হেঁপাহ
সেই কপাহেৰে ব'বা চেলেং
গুণাৰ গাৰি দিবা কপৌফুল যেন।
সেঁ-কাষে আঁকিবা পাঁচোটি তৰা
পাঁচোখন মহাদেশ জগৎখন জোৰা।

মাজত আঁকিবা কপৌ এযুৰি
মুখৰ ধান চিৰাৰে যাবগৈ উৰি।
বাঁও কাষে দিবা এটাঁৰি চুলি
চেনেহৰ জৰীৰে গাঁথি লও বুলি।
এইখন খনীয়াই সমাজৰ সাজ
নঙঠা জগতৰ ঢাকিব লাজ
এই চ'ত মাহতে জাননী দিওঁ
ঘুৰি বহাগলে' খনীয়া নিওঁ।
শিপিনী, আজিয়ে শালতে আৰা
সমাজ সজাবলৈ মাকোটি ধৰা।।

দীঘলি পুখুৰী পাৰৰ যিডোখৰ ঠাইত এতিয়া সন্দিকৈ কলেজৰ পুৰণি হোষ্টেল আছে তাতে আছিল আৰ্ল ল কলেজ। সেইখিনি ঠাইতে হৈছিল বসন্ত উৎসব। সেই উৎসবতেই এই গীতটিৰ অভিষেক। গীতটিত সুৰ দিছিল অমিত চৰকাৰে।

সমাজ গঢ়াৰ গান এইটো। কাপোৰ বোৱাটোক ইয়াৰ প্ৰতীক হিচাপে লোৱা হৈছে। কাপোৰ বোৱা কামটো কবিয়ে সৰুৰে পৰা দেখি আহিছে, ইয়াৰ লগত জড়িত সকলো কাৰিকৰী শব্দৰ লগত তেওঁ ভালদৰে পৰিচিত। তাঁত বোৱাৰ লগত ব্যৱহৃত শব্দবোৰ কবিয়ে একেই আবেগেৰে সমাজ গঢ়াত ব্যৱহাৰ কৰিছে।

এটা লোকগীতত আছে 'কানাই গৈলন্ত তাঁতীৰ ঠাই, ৰাধাক পিন্ধাবলৈ কাপোৰ নাই'। এই কলিটি কবিয়ে ব্যৱহাৰ কৰিছে নিজৰ ধৰণে 'আমি আহিছোঁ হেজাৰ কানাই, জগৎ ঢাকিবলৈ কাপোৰ নাই।'

এই গীতটি ভাৰতীয় গণনাট্য সংঘৰ শিল্পীসকলে গাইছিল। চেকশ্লভাকিয়াৰ শিল্পী এজনে গীতটিৰ ইংৰাজী অনুবাদ শুনি বৰ ভাল পাইছিল, গীতটি তেওঁ লৈয়ো গৈছিল। সেই হেমাংগ বিশ্বাসে গীতটি খুব ভাল পাইছিল আৰু কৈছিল যে এনেকুৱা গীত ভাৰততে হোৱা নাই, বিশ্বতো নিশ্চয় বিৰল হ'ব। এই গীতটি পিচত কবিয়ে 'সমাজৰ সাজ' নামৰ স্ক্ৰিপ্ট এখনত ব্যৱহাৰ কৰিছিল।

আমি যে ফাগুণ
প্ৰাণ ভস্মৰ অগ্নিৰে জ্বলাও মৰহা মন।
যুগৰ ভস্ম বেদনাত শুনো জন্মৰ ক্ৰন্দন।।

তিলে তিলে যাৰ দেহা ভাঙি যায়
যাৰ আকাশৰ তৰা খহি যায়
তথাপি নখহে পণ।
পোহৰ কণা বিচাৰি বিচাৰি
যাৰ জীৱনৰ ৰণ।
আমি পালোঁ তাৰ নৱ জীৱনৰ মহাক্ষণ।।

দেশৰ সীমাই ৰাখিব নোৱাৰে
পৃথিবীৰ যৌবন
দেহৰ বৰণে ঢাকিব নোৱাৰে
হৃদয়ৰ যৌবন।।

ম্লান পৰি যায় বাৰুদৰ জুই
অস্ত্ৰৰ ঝন ঝন
চকুৰ জুইৰে জ্বলাও নৰক
ৰচোঁ পোহৰেৰে নন্দন।।

ডেকা শক্তিটোৱে কি কৰিব নোৱাৰে? ডেকা শক্তি মানে ফাগুণ। ডেকা শক্তিৰ প্ৰাণত অগ্নি আছে, জুই আছে, সেই জুইৰে মৰহা মনবোৰক জ্বলাই দিব পাৰি। বেয়া দিন শেষ হ'ব, তাৰ পিচতেই নতুন দিনৰ আৰম্ভ হ'ব, ডেকা শক্তিয়ে এই নতুন দিনৰ বাৰ্তা বহন কৰি আনিব। এই আশাই কবিৰ মনক সদায়েই ব্যাকুল কৰি ৰাখিছিল। কবিয়ে যুগৰ ভস্ম বেদনাত শুনিছে নতুন জন্মৰ ক্ৰন্দন। এটা যুগ মৰি গৈছে, তাৰ ভস্মৰ পৰাই ফিনিক্স পখীৰ দৰে আন এটা যুগৰ জন্ম হৈছে। এটা নতুন বস্তু উপজিছে। জন্মৰ ক্ৰন্দন শুনা গৈছে। ভস্ম ক্ৰন্দন। এই নতুন যুগটো কেনে হ'ব? 'ম্লান পৰি যায় বাৰুদৰ জুই / অস্ত্ৰৰ ঝন ঝন / চকুৰ জুইৰে জ্বলাও নৰক / ৰচো পোহৰৰ নন্দন।'

যৌবন আমি সংগী আমি বন্ধু আমি ভাই
জাতিত আমি মানুহ, বিশাল বিশ্ব আমাৰ আই।।
আমাৰ প্ৰবল বাহুত আছে উদাৰ আলিংগন

আমাৰ হৃদয় মৈত্ৰী আৰু প্ৰীতিৰ মধুবন
জয় আমাৰ লক্ষ্য পৰাজয়তো দুখ নাই
এয়া প্ৰীতিপূৰ্ণ প্ৰতিযোগিতাৰ যে ঠাই।।

সেউজীয়া পথাৰখনি আমাৰ ক্ৰীড়াভূমি
দেহৰ বৰণ দেশৰ সীমা তাত নাপাবা তুমি
তাত দিছে জীয়া মনে হিয়া উদিয়াই
স্নেহ-জ্যোতিৰ বন্যা ঃ চোৰা পাৰ ভাঙি যায়।।

যৌবনৰ শক্তি আৰু সেই শক্তিৰ প্ৰতি থকা কবিৰ বিশ্বাস প্ৰকাশ পোৱা আন এটা গান।

আচাম ট্ৰিবিউনত কাম কৰিছিল কবিৰ কলেজীয়া দিনৰ সহপাঠী শশী শৰ্মাই। তেওঁ আছিল আচাম অলিম্পিকৰ লগত জড়িত। তেৱেঁই কেশৱ মহন্তক গীত এটি লিখাৰ কথা কৈছিল। সেই গীতটিক আচাম অলিম্পিকৰ থিম চং কৰাৰ কথা আছিল। সেই অনুৰোধতেই এই গীতটি লিখা হৈছিল। সুৰ কৰিছিল খগেন মহন্তই। বিভিন্ন ঠাইত গীতটি কোৰাচ হিচাপে পৰিবেশন কৰাও হৈছিল। দিন চলাৰ পিচত গীতটি আচাম অলিম্পিকে বাদ দিয়ে।

গংগা কাবেৰী ব্ৰহ্মপুত্ৰ
জন্মভূমিৰ লগ্নসূত্ৰ
আহাঁ সতীৰ্থ
আহাঁ বিচিত্ৰ
এই মোহনাৰ দাপোণত চাওঁ
মহাভাৰতৰ আপোন চিত্ৰ।।
অংগে অংগে প্ৰাণ তৰংগ জাগে
আকুল অনুৰাগে
ছন্দে ছন্দে পৰমানন্দ জাগে
আকুল অনুৰাগে
আহাঁ নন্দিতা
আহাঁ ছন্দিতা
এই লগনত গাওঁ মিলি আহাঁ
মহাজীৱনৰ মিলন-মন্ত্ৰ।।

কণ্ঠে কণ্ঠে কি উৎকণ্ঠা জাগে
আকুল অনুৰাগে
মুগ্ধ নেত্রে পূব দিগন্ত জাগে
আকুল অনুৰাগে
আহাঁ পুষ্পিতা
আহাঁ সুস্মিতা
এই ভাৰতত ৰচোঁ আমি আহাঁ
মহা-মানৱৰ মিলন-তন্ত্র।।

এইটো দেশপ্ৰেমমূলক গীত। জগদীশ বৰুৱাই সুৰ কৰি দূৰদৰ্শণত পৰিবেশন কৰিছিল।

যিমানে দিন যায় সিমানে আপোন হোবা তুমি,
হে কিৰাত-তনয়,
তোমাৰ মনীষা তোমাৰ হৃদয়
আমাৰ জন্মভূমি।।

সৎ মানুহৰ চকুৰ পানীৰে পংকাকুল এই দেশ
ইয়াত এতিয়া বাঘে মানুহৰ ধৰি আছে ছদ্মবেশ
জীৱনৰ ৰস শুহি কৰে চোৱা এই মাটি মৰুভূমি
মৰুদ্যান তুমি আমি তৃষ্ণাতুৰ ক'ত তুমি ক'ত তুমি।।

জানো জানো তুমি আমি নতুনৰ সতীৰ্থ মহাবল
তোমাৰ তেজৰ সোঁতেৰে আমাৰ ধমনী চঞ্চল
তোমাৰ বুকুৰ জুইৰে আমি জ্বলি আছো উমি উমি
আহা বিষ্ণু ৰাভা,
তুমি আহিলেই আমি হওঁ মৌচুমী ।।

এই গানটোও বিষ্ণু ৰাভাকলৈয়ে লেখা। সমবেত কণ্ঠৰ গীত হিচাপে গাবলৈ এই গীতটি লেখা হৈছিল। সুৰ কৰিছিল ৰমেন বৰুৱাই। পৰবৰ্তী কালত কবিয়ে লেখা 'সুৰৰ দেউল' নামেৰে এখন স্ক্ৰিপ্টত এই গীতটি সংযোগ কৰা হৈছিল।

বীণৰে তাঁৰগছ লৰে কি চৰে
জোনাকী আই মোৰ আগতে পৰে।।

শিলৰ খুটি পুতি বৰঘৰ উভিলা
ওখকৈ বান্ধিলা ভেটি
গছ্-বন কাটি ন-মাটি ভাঙিলা
কৰিলা হেঁপাহৰ খেতি
তথাপি কালৰ বান বাৰ খৰে
ঘনাই আমনি কৰে।।

এতিয়াও শুনি দূৰণিৰ পুৰণি সুৰীয়া বাঁহীৰ সুৰ
এতিয়াও দুপৰীয়া ব'ৰাগীৰ বীণে হিয়া পেলায় জুৰ
তুমি কাটি যোৱা সন্মুখৰ বাট
সিয়েই আমাৰ সাহ
মনৰ জয়-সাগৰ জুৰি ফুলিছে
তোমাৰে পদুমপাহ
তথাপি নতুন প্ৰাণৰ চকুত
কিহে অগা ডেৱা কৰে।।

এই গীতটি ৰচনা কৰা হৈছিল লক্ষ্মীনাথ বেজবৰুৱাৰ জন্ম শত-বাৰ্ষিকী উপলক্ষে। অসম সাহিত্য সভাৰ অনুৰোধত কবিয়ে এই গীতটি লেখিছিল যদিও সভাই গীতটি নিলিলে। গীতটো তেনেকে পৰি থাকিল।

'আগলি কলপাত লৰে কি চৰে, চিলনী আই মোৰ আগতে পৰে' এই লোকগীতটিক ভেটি হিচাপে লোৱা হৈছে। চিলনী আয়ে আহি উদ্ধাৰ কৰাৰ দৰে জোনাকী আয়ে আহি কবিক উদ্ধাৰ কৰিছে। জোনাকী আই মানে জোনাকী আলোচনীখন। কবি হ'ল অসমীয়া মানুহৰ প্ৰতিনিধি। 'বীণৰে তাঁৰগছ', মানে সেই বীণ বৰাগীৰ বীণখন, সেই বীণৰ সুৰটো লৰি আছে - জোনাকী যুগটোৰ কথা মনত পেলাই দি আছে।

আমি যেতিয়া গান গাওঁ
সুৰৰ লাহত তোমাক পাওঁ
কোনে ক'লে তুমি নাই
আমি যেতিয়া বজাওঁ বাঁহী
দুৰত শুনো তোমাৰ হাঁহি
খলকনি তুলি যায়।।

তুমি কোৱা কথাই কথাই
বৰষিছিল মৌ
তুমি গোৱা গীতে গীতে
বুকু জুৰোৱা ঢৌ
তোমাৰ স'তে কথা পাতি
কটাওঁ দিন কটাওঁ ৰাতি
তেওঁ কথা নুটুকায়।।

আমি এয়া জীৱন-নদীত মেলি দিলোঁ নাওঁ
কিজানিবা সুৰ-মোহনাত তোমাক লগ পাওঁ
পালত তোমাৰ বতাহছাটি
নাৱৰ বঠা ধৰোঁ ডাঠি
তোমাৰ হাতলে' চাই।।

এই গীতটি জগদীশ শৰ্মাৰ সোঁৱৰণত লেখা। গীতটিত সুৰ কৰিছিল অসীম হাজৰিকাই।

বাহঁৰ কাঠি তুলাই বাঢ়নিটাৰ সাজিলা
হাতৰে সাৰথি কৰি
এইনো ঢল পুৱাতে আগফাল সাৰিছোঁ
কোনে পেলাবহি ভৰি।।

চোতালখন ফুলেৰে একাঠু হ'ল
চোতালখন পাতেৰে একাঠু হ'ল
চোতালখন ধূলিৰে ধূলিয়ৰি হ'ল
আকাশখন হালধি-গাঁঠি যেন হ'ল
আকাশখন দিখৌৰে মাটি যেন হ'ল
আকাশখন পদুমৰ কোঁহ যেন হ'ল
ৰিহাখন টঙালি কৰি লৈ
ৰঙালী বিহুৰ ঠাই সাৰিবৰ হ'ল
জাবৰ পেলনীয়া দলিয়াই দিবৰ হ'ল
বাটচৰা আঁতৰ কৰি।।

মাকণ ধূলি চাই সাৰিবৰ হ'ল
মাকণ বেলি চাই হাঁহিবৰ হ'ল
মাকণ সাৰ যি পোৱা নাই
সেইবোৰ মানুহৰ ঘুমতি ভাঙিবৰ হ'ল

সমাজখন এফাল পতনুৱা হ'ল
সমাজখন এফাল উতনুৱা হ'ল
সমাজখন ভুৱাৰে একঁকাল হ'ল

চ'ৰাঘৰৰ আগফাল সাৰিলি
মাকণ ন-বছৰটো জুৰিলি

আহিব দেহৰ এফাল
সমাজৰো এসফাল সাৰি দে
ন-দিনটো জুৰি দে
আহক দেশৰ সিফাল
মাকণ তইযে পীৰিতিৰ জৰী।।

অসম কেশৰী অম্বিকাগিৰি ৰায়চৌধুৰীৰ লেখনিৰ দ্বাৰা অনুপ্ৰাণিত হৈ কবিয়ে এই গীতটি ৰচনা কৰিছিল। 'সমাজখন ধূলিৰে ভৰি গ'ল। গতিকে মাকণ তই এইবোৰ সাৰি পেলাবলৈ সাজু হৈ ওলা। তাৰ পিচত আশাৰ কথা - আকাশখন পোহৰ হৈ আহিল।'

# শুনা ভাই শুনা বন্ধু

উৰুঙা উৰুঙা নেপাওঁ মই সুৰুঙা
নেদেখোঁ বিজুলী তোক
বৰটো ককায়ে জুইৰ গড় মাৰিছে
নেদেখে পিৰীতিৰ ভোক
বহাগৰ ৰঙালী অ' আইকণ বিজুলী
এইনো বিহুতলী অ' আইকণ বিজুলী
উৰে উদঙীয়া মনে আইকণ বিজুলী
তয়ে জানো আজলী
জুৰণীয়া মাজুলী
মোৰে জানো সাঁচতীয়া ধন।।

চকুৰ ভোক মাৰিব
পাৰো মই মইনাজান
তোমাৰে মুখলৈ চাই
পিৰীতিৰ ভোক মই
মাৰিব নোৱাৰোঁ
দেহা মোৰ খুলি খুলি খায়।।

তোমাৰ চকুযুৰিত মোৰে সোণটি দেহা ঐ
বুৰ দি সোমায়ে মোৰে সোণটি দেহা ঐ
তোমাৰ দেহাৰ ভিতৰ পালোঁ সোণটি দেহা ঐ
পিৰীতিৰে বেহা ঐ
বৰতীয়া যৌবনৰ
তুমি জানো সাঁচতীয়া ধন।।

দেহাৰে ভিতৰখন মোৰে সোণটি দেহা ঐ
কানাইৰে বৃন্দাবন
মনৰ হেঁপাহ গুচাই চালোঁ।।

এইটো বিহুগীতনে? আজিৰ যিসকল গীতিকাৰে লোকশিল্পীৰ চিন্তা-চেতনাৰ লগত এক হোৱাৰ চেষ্টা কৰিছে তেওঁলোকে বিহুগীত লেখিব পাৰে বুলি কবিৰ ধাৰণা। এই ধাৰণাৰে কবিয়ে এইটো বিহুগীত লেখাৰ চেষ্টা কৰিছিল। কবিয়ে কেইবাখনো চিনেমাৰ বাবে বিহুগীত লেখিছিল, সেই গীতবোৰ লেখা বুলি কৈ নিদিলে মানুহে প্ৰচলিত গীত বুলিয়েই ভাবে। নিজে লেখা গীত এটাক মানুহে লোকগীতৰ মৰ্যদা দিয়া দেখি কবি সন্তুষ্ট, কাৰণ তেওঁৰ লেখাটো সাৰ্থক হৈছে। 'সেইখিনি মোৰ অকণমান সফলতা বুলি ভাবোঁ।'

উজায়ে চালোঁ হাট ঃ মহঙা
ভটীয়াই চালোঁ হাট ঃ মহঙা
চকু চাই দেখিলোঁ পানী
বুকুৰে ভিতৰখন জুমি চাই দেখিলোঁ
বিহুৱা নাচনীৰ লানি।।

ডেকা চাই নাপালোঁ ঃ লহঙা
গাভৰু বেজাৰত মলঙা
ওঁঠ চাই নেপালোঁ হাঁহি।
বিহুনাম এফাঁকি গাওঁ বুলি আহিলোঁ
বিহুকো কৰিলা বাহী।

নাচনী ঐ তোৰ কঁকালৰ বল কি হ'ল
তই টাকুৰী ঘুৰাদি নুঘুৰ কেলেই চেনাই ঐ তোক
মৰম কৰিবৰ মন যায়।

হেনো তই সাজেপতি আধাপেটী
হেনো তোৰ খোজেপতি লটিঘটি
হেনো তোৰ ঢেকী আছে খুবলি উদি
হেনো তোৰ তাঁতখন আছে চকু মুদি
তই কে'লৈ মনে মাৰি থাক অ' চেনাই
তোক মৰম কৰিবৰ মন যায়।।

এ, মই বিহুৱা উজনিৰ, এয়া ঢুলীয়া নামনিৰ
বুকুত উচপিচ নাচনীৰ, তেও বাহিৰত নাচনী নাই

তই টাকুৰী ঘুৰাদি নুঘুৰ কে'লৈ চেনাই ঐ
তোক মৰম কৰিবৰ মন যায়।।

পথাৰৰ বিহুজনী মজিয়ালৈ টানি আনি
লগালি ডিঙিত চিপজৰী
চোৰাং বেহানি মেলি চকুত মাৰিলি ধূলি
কেলেইনো আছু নমৰি
তই কে'লৈ মনে মাৰি থাক মোৰ চেনাই ঐ
তোক মৰম কৰিবৰ মন যায়।।

এইটো প্ৰচলিত বিহুগীতৰ আলমতে লেখা নতুন বিহুগীত। অলপ আধুনিক কিন্তু প্ৰকাশভংগী পৰম্পৰাগত বিহুগীতৰেই। আধুনিক মানে বিষয়বস্তুৰ দিশৰ পৰা আধুনিক। বজাৰ অৰ্থনীতিৰ কথা আহিছে।

এই গীতটি এখন স্ক্ৰিপ্টৰ বাবে লেখা হৈছিল।

'কংসে বোলে এহি কৃষ্ণ অন্তক আমাৰ'
-হে অন্তক আমাৰ
খোজ চান্দি তৰোঁ জাল
পৰিছে কাল-ব্যাঘ্ৰ ভাল
হে ৰাইজ, এইবাৰ
এইবাৰহে বাৰ, এইবাৰ।।

ইটো ছাগ মাৰি বাঘ
সাৰি যায় বাঢ়ে সাহ
সিটো ছাগ মাৰি বাঘ সাৰে
এশ ছাগ মাৰি বাঘ
মৰণলে বাঢ়ে আগ
চকু গজাই বনৰজা ধৰে
দহ গাঁও, বহু গাঁও
ছুচিয়াৰ ভাই ছুচিয়াৰ।।

কোপত কঁপে কংসৰায়
দেখিলেই গম পায়

বাঘৰ মুখত মানুহৰ মুখা
কাল কৃষ্ণ বাঢ়ি আছে
গমহে নাপায় পিছে
সময়তহে আহি দিব দেখা
শাণ দে শাণ দে
যাঠীত দে ভাই ধাৰ।।

অৰুণ শৰ্মাৰ 'বাঘজাল' নামৰ নাটকৰ বাবে লেখা গীত এইটো। লোকগীতৰ আৰ্হিতেই লেখা হৈছিল গীতটি। সমালোচক সত্যপ্ৰসাদ বৰুৱাই নাটকখনৰ বিষয়ে লেখোতে লেখিছিল যে নাটখনত লোকগীত এটি আছে। 'মই পেটে পেটে বৰ ভাল পালোঁ। মোৰ নাম নকলে, কিন্তু মই ভাল পালো যে মোৰ গীতটি লোকগীত বুলি ভাবিছে। তাৰমানে মোৰ গীতটিয়ে লোকগীতৰ পৰ্যায় পাইছেগৈ।'

শুনা ভাই শুনা বন্ধু পথৰুঘাটৰ কথা
দলি পুৰাণৰ পদ নৰোত্তমে গঁথা
বিদেশী চাহাব কিয়
খাজনা বঢ়োৱা
যুঁজি মৰো বুলি ওলাল
প্ৰজা জৰৌ বৌৱা।।

বাটৰুৱা বৈ যোৱা এটি বাৰ
দিগজ তটিনীৰ দুটিপাৰ
এফালে ঈশ্বৰ সেৱা
ইফালে আল্লাৰ দোৱা
তাতে ৰাইজ মেল পাতি
ৰাইজ হ'ল ৰণুৱা
জাগিল মানুহ খাটি খোৱা
মাটিৰ মানুহ
ৰাইজক ভাল পোৱা।।

এই গীতটি টিভি ধাৰাবাহিকৰ বাবে লেখা। এই গীতটিকো লোকগীতৰ আৰ্হিতেই লেখা হৈছিল। ওজা পালিৰ সুৰৰ আলমত এই গীতটিত সুৰাৰোপ কৰিছিল প্ৰভাত শৰ্মাই।

# এই পূৰ্ণিমা ৰাতি

আই আমাৰ কপালতে
ৰঙা সেন্দুৰেৰে
তিলক আঁকি দিয়া
ডাৱৰ ফালি ৰং মেলালৈ যাওঁ।।

সৌ চোৱা ৰঙা বেলি
ৰং আহে পাখি মেলি
জিলিঙনি জিলিমিলি
মন আমাৰ খেলিমেলি
হেঁপাহ গুচাই ৰঙৰ মেলা চাওঁ।।

আমৰ চকুত জ্বলে চোৱা
হেঙুলীয়া ৰাতিপুৱা
আই অ' আই আঁকি দিয়া
ফোঁট এটি সেন্দুৰীয়া
মন ঢালি ৰঙৰ গান গাওঁ
ডাৱৰ ঠেলি ৰং মেলালৈ যাওঁ।।

জামুগুৰি হাইস্কুলত চাকৰি কৰোতে কবি আছিল কালচাৰেল ইনচাৰ্জ। স্কুলৰ অনুষ্ঠানৰ বাবে স্ক্ৰিপ্ট এখন লেখিছিল, নাম 'আমি পোহৰ বিচাৰি যাওঁ'। কবিৰ কলেজীয়া দিনৰ বন্ধু ব্ৰজেন বৰুৱাই সেই সময়ত জামুগুৰিত চাকৰি কৰিছিল। তেওঁ স্ক্ৰিপ্টখন চালে, গানটো খুব ভাল পালে। 'কবি, এই গীতটি বৰ সুন্দৰ হৈছেহে। এই গানটো মোৰ হ'ল এতিয়া, আপুনি ক'তো নুলিয়াব।'

পিচত ব্ৰজেন বৰুৱাই সেই গানটি 'স্মৃতিৰ পৰশ' নামৰ ছবিখনত ব্যবহাৰ কৰিলে। এই 'স্মৃতিৰ পৰশ' ছবিখনেৰেই কেশৱ মহন্তই গীতিকাৰ হিচাপে, ৰমেন বৰুৱাই গায়ক হিচাপে আৰু ব্ৰজেন বৰুৱাই সংগীত পৰিচালক হিচাপে ছবিজগতত প্ৰবেশ কৰে।

ব্ৰজেন বৰুৱা আৰু নীপ বৰুৱাৰ প্ৰায় কেইখন ছবিতে কেশৱ মহন্তই গান লেখিছে। ব্ৰজেন বৰুৱাৰ কেৱল 'ডাঃ বেজবৰুৱা' ছবিৰ বাবে গীত লেখা নাছিল। কাৰণ আছিল নীতিগত কাৰণত কবিয়ে ক্ৰাইম চিনেমাৰ গান নেলেখে।

যায় ও কাণু বায় বেণু
কোন দূৰণিৰ মথুৰালৈ যায়।।

সোণৰ ৰথে পথে পথে সাঁচ বহুৱাই
শুদা মন বিৰিন্দাবন উঠে উচপ খাহ।।
উমি উমি জ্বলে হেঁপাহ
জুমি জুমি চাওঁ
দূৰে দূৰে থাকা তুমি
সুৰে সুৰে পাওঁ
অ' গাৰ লগৰ ছাঁ এইমন
কতো নেহেৰায়।।

হিয়া জুৰি বাজে বাঁহীৰ
জুৰণীয়া মাত
উখল মাখল মন জিৰায়
কদমৰে ছাঁত
অ' বুকুত পালোঁ এয়া তুমি
আছিলা লুকাই।।

এইটো মেঘমুক্তি চিনেমাৰ গান। খগেন মহন্ত সংগীত পৰিচালক।

এই গীতটিৰ চিকুৱেন্সৰ বাবে কবিয়ে শ্ৰীকৃষ্ণৰ সহায় লৈছে। শ্ৰীকৃষ্ণ মথুৰালৈ গুচি যোৱা দুখটি এই গীতটিত প্ৰকাশ কৰিব বিচাৰিছে।

মেঘমুক্তি ছবিখন একেলগে অসমীয়া আৰু উৰীয়া ভাষাত নিৰ্মাণ কৰা হৈছিল। অভিনয় শিল্পীসকল বেলেগ বেলেগ, কিন্তু চিত্ৰনাট্য আৰু গীতৰ সুৰবোৰ একে, সংলাপ আৰু গীতবোৰৰ ভাষাটোহে সলনি কৰা হৈছিল। ছবিৰ কাম হৈছিল কলিকতাত। তালৈ উৰীয়া গীতিকাৰ গৰাকীও গৈছিল, কবিও গৈছিল। এজনে গান লেখিব, আনজনে অনুবাদ কৰিব, এই কামটো কেশৱ মহন্তৰ পচন্দ হোৱা নাছিল। উৰীয়া জনৰ হাব ভাব দেখি কবিয়ে ভাবিছিল যে তেৱেঁই হয়তো গানটো লেখিব আৰু কেশৱ মহন্তই তাক অনুবাদ কৰিব লাগিব। সেইটো কৰাৰ ইচ্ছা তেওঁৰ নাছিল।

নিজৰ অনিচ্ছাৰ কথা খগেন মহন্তক ক'লে। খগেন মহন্তই কলে - আপুনি লিখকচোন। খগেন মহন্তৰ জোৰতেই গানটো লিখিলে। পিচত উৰ্বীয়াজনে সেইটোকে অনুবাদ কৰি দিলে।

এই পূৰ্ণিমা ৰাতি
এই পাহাৰৰ দাঁতি
আমি ডেকা গাভৰুৱে নাচো জুম পাতি
আকাশত জোনাকৰ পাৰাবাৰ
বননিত নামে আজি ঢৌ তাৰ
বিয়াকুল মাটি
পৰাণত উছ্বৰ তোলপাৰ
আছা আজি মৰমৰ কোন কাৰ
লোৱাঁ কথা পাতি।।

বনৰ আন্ধাৰ দূৰ কৰে জোনে
মনৰ আন্ধাৰ দূৰ কৰে কোনে
কোনে কাণে কাণে কয় আহি
গীত গাই নাচা হাঁহি হাঁহি
জাক পাতি পাতি
কোনে কয় পৃথিবীৰ আন্ধাৰ
কৰা কৰা পোহৰেৰ শেষ তাৰ
শুনা কাণ পাতি।।

গীতটি সমৰেন্দ্ৰ নাৰায়ণ দেবৰ 'অৰণ্য' ছবিৰ। সুৰ কৰিছিল কলিকতাৰ সুধীন দাসগুপ্তই। কবিলৈ চিঠি এখন পঠিয়াই দিছিল, তাত লেখি দিছিল - এইটো গল্প, এইকেইটা চিকুৱেন্স, এইটো গীতৰ বাবে লং ৰিদম, এইখিনিৰ বাবে চৰ্ট ৰিদম- তেনেকৈ। সেইখিনিকে পঢ়ি কবিয়ে গীতকেইটি লেখি পঠিয়াই দিলে। পিচত শুনি দেখে ভাবিব নোৱৰা ধৰণে ভাল হৈছে। 'মই মানুহজনলৈ মূৰ দোৱাইছোঁ। এই পূৰ্ণিমা ৰাতি গীতটিত নেপালী গানৰ সুৰ মিলাই আমাৰ থলুৱা গানৰ দৰে কৰি পেলাইছে নহয়, তাততো বাংলা সুৰৰ অকণো প্ৰভাব নাই।'

# অবুজ চকুলো নাঢাকিবি

মানুহৰ হৃদয় স্পৰ্শ কৰি যোৱা অলেখ গীতৰ মাজৰ কোনকেইটা গীত বাৰু কবিয়ে নিজানত বহি গুণগুণায়? এই প্ৰশ্নটো প্ৰতি গৰাকী ৰসিকৰে হ'ব পাৰে। কবিৰ নিজৰ হাততো এই প্ৰশ্নৰ উত্তৰ নাথাকিব পাৰে। কিন্তু তাৰ মাজতো এটি গীত কবিয়ে গুণগুণায়।

অবুজ চকুলো নাঢাকিবি মোৰ নয়নমণি
মধু যামিনীয়ে আছে যে
উষাৰ লগন গনি।।

ক্ষন্তেক মাথোঁ ধৰা ঢাকি
কুঁৱলি আঁতৰি যায়
মাটিৰ দুবৰি জাকি মাৰে কিয়
ৰ'দালিৰ চুমা পাই
এই ভালপোৱা ইৰ্ষা যে তাৰ নয়নমনি।।

সপোন পখীটি সোণৰ পাখিত
মায়া সানি উৰি যায়
মাটিৰ আশাই কান্দে চক খাই কান্দে
জানোচা হেৰাই যায়
কিয় শুনো কিয় পাই হেৰুওৱাৰ চৰণধ্বনি।।

এই গীতটি লেখা হৈছিল ভবেন দাস পৰিচালিত 'উপগ্ৰহ' নামৰ ছবিখনৰ এটি চিকুৱেন্সৰ বাবে, জীতু তপনৰ অনুৰোধত। পিচত ছবিখনৰ পৰা চিকুৱেন্সটো বাদ দিয়া হ'ল। খণ্ডতে কবিয়ে গীত লেখি থোৱা কাগজখন মোহাৰি পেলাই দিলে।

কবিৰ সেই কাম দেখা পালে যোৰহাটৰ অমিয়ধৰ বৰুৱাই। সুদক্ষ বেহেলাবাদক অমিয়ধৰ বৰুৱাই কবিৰ ভালেমান গীতত সুৰ কৰিছে। তেওঁ এই গীতটি বুটলি ল'লে। গীতটিত সুৰ কৰিলে। খুব হৃদয়স্পৰ্শী হ'ল সুৰটি। 'ময়ো কেতিয়াবা গুণগুণাও এই গীতটি।'

# প্ৰিয়তম এই জীৱন

যি বোৱতী নদীৰ দৰে। যাৰ
বাধা ভাগি যোৱা প্ৰাণ। মই
অন্তৰ মিলাওঁ তাৰে।।

পৰ্বত যিমান ওখ, সিমান
ধুমুহাৰ চলাচল
লক্ষ্য যিমান ওখ, সিমান
বাধাৰ চলাচল
আচল জীৱন উদাৰ অন্তৰময়। মই
অন্তৰ মিলাওঁ তাৰে।।

ভৰ বাৰিষাৰ কোবাল সোঁতত
ভাহি অহা ফেনবোৰ
শক্তিহীনৰ বিফল দম্ভ
তালে' ভয় নাই মোৰ
মোৰ আনন্দ অনন্ত সোঁতৰ ছন্দত। মই
অন্তৰ মিলাওঁ তাৰে।।

একো গৰাকী স্ৰষ্টাৰ প্ৰতিটো আন্তৰিক সৃষ্টিয়েই নিজৰ মনৰ কথা। কিন্তু দেখা যায় একো একোটা বিশেষ সৃষ্টিৰ মাজতহে স্ৰষ্টাই নিজৰ মনোজগতৰ সম্পূৰ্ণ প্ৰতিফলন হোৱা দেখা পায়। সেই সৃষ্টি তেওঁৰ হৃদয়ৰ সৰ্বাধিক ওচৰৰ। সেই সৃষ্টিৰ পৰা তেওঁক আতঁৰাই চাব নোৱাৰি।

কৱি কেশব মহন্তৰ তেনে গীত কোনটো?

প্ৰিয়তম এই জীৱন গীতটি।

জীৱন কবিৰ প্ৰিয়, জীৱনৰ পথত থকা বাধাৰ প্ৰতিও তেওঁ সচেতন, সেই বাধা ভাগি যোৱাটোৱেই জীৱন বুলি তেওঁৰ বিশ্বাস। এই বিশ্বাস তেওঁৰ প্ৰায়বোৰ লেখনিৰ মাজেৰেই প্ৰকাশ পাই আহিছে।

'জীৱন মানুহে এবাৰেই পায়। জীৱন মানুহৰ সবাতোকৈ আপোন। এই জীৱন এখন সংগ্ৰাম। ই প্ৰবহমান। জীৱনৰ বেগ আৰু প্ৰাবল্য ইমানেই প্ৰচণ্ড যে ই নিজৰ শক্তি বুজি পালে সকলো বাধা অতিক্ৰম কৰি যাব পাৰে। অন্তৰখনেই হ'ল জীৱন উপলব্ধিৰ থলী। গোটেই জীৱনটোৱেই অন্তৰময়। সেয়ে জীৱনে তাৰ অন্তৰৰ লগত অন্তৰ মিলালে তাৰ গতিবেগ প্ৰচণ্ডভাবে বৃদ্ধি পায়। কেতিয়াবা একোট কু-শক্তিয়ে ভয়াবহ ৰূপ একোটা ধাৰণ কৰি জীৱনক বাধা দিয়ে। এই শক্তিবোৰ দেখাত প্ৰচণ্ড হ'লেও সি জীৱনৰ ওচৰত হাৰ মানে। এনেকুৱা কু শক্তিবোৰৰ দম্ভ আচলতে নিস্ফল। ভৰ বাৰিষাৰ কোবাল সোঁতত উটি অহা ফেনবোৰৰ দম্ভলৈ মোৰ ভয় নাই। মোৰ আনন্দ অনন্ত সোঁতৰ ছন্দত, মই তাৰ লগতহে অন্তৰ মিলাওঁ।'

# সংযোজন

**বিভিন্ন প্ৰসংগত কেশৱ মহন্ত**

## শিশু গীতৰ প্ৰসংগ

শিশুৰ জগতখন আমাৰ ডাঙৰৰ জগতখনতকৈ সম্পূৰ্ণ বেলেগ। সিহঁতৰ চিন্তা-ভাবনা, কথা-বতৰা এইবোৰ আমাৰ লগত একেবাৰে নিমিলে। সিহঁতৰ সকলো কথাই ধেমালি। ডাঙৰ এজনে কাগজ পঢ়ি আছে, শিশু এটাই থাপ মাৰি লৈ গ'ল। ডাঙৰৰ বাবে সেইটো বিৰক্তিৰ কথা, কিন্তু শিশু এটাৰ বাবে সেইটো ধেমালিহে। শিশু এটাই যেতিয়া গান এটা গায় সি নিজৰ মতেৰে গানটো বনাই ল'ব, তেনেদৰে গাব। সেই কথাবোৰৰ কোনো অৰ্থ নোলাবও পাৰে, কিন্তু সেইটো তাৰ গান। তেনেকুৱা গানত কিন্তু ছন্দটো থিকেই থাকে। গানটোৰ মূল ভাবটোও একেই থাকে। শিশুৰ আৰু এটি কথা হ'ল সিহঁতে ভাললগা বস্তুবোৰ বহুবাৰ উপভোগ কৰিব পাৰে। চিনেমা এখন ডাঙৰে যিমানেই ভাল নাপাওক কিয়, একেৰাহে বহুবাৰ চাই থাকিব নোৱাৰে। কিন্তু শিশু এটাই তাৰ ভাল লগা চিনেমাখন বাৰে বাৰে চাই থাকিব পাৰে। শিশু এটাই ছবি এটা আঁকিছে, ধৰা হ'ল সৈন্য এটাৰ ছবি। তাৰ হাতৰ তৰোৱালখন ডাঙৰ হ'ব। কাৰণ শিশুটোৰ বাবে তৰোৱালখন বেচি ইম্প'ৰ্টেন্ট।

কিন্তু আমাৰ বুজন ভাগেই শিশুৰ কথাবিলাক আমাৰ ধৰণে ভাবোঁ। তেনেকে শিশুগীত এটি লেখিলে উপদেশ হৈ যায়। পাঠ্যপুথিৰ বাবে লেখা গীত এটা কেনে হয়? মই লাচিত হ'ব খোজো, মই জৱহৰলাল হ'ব খোজো। তেনেকুৱা। এনে গীতত উপদেশৰ ধৰণ এটা সোমায়েই থাকে। কিন্তু এনে কথাই শিশুৰ সৃজনীশীল দিশটোত কোনো সহায় নকৰে। 'অ' মোৰ প্ৰিয় ল'ৰা, উপদেশ ধৰা, কায়ো মন বাক্যে তুমি বিদ্যাশিক্ষা কৰা।' এইটোত থিক কথাই আছে, কিন্তু এই কথাখিনি গদ্যতো ক'ব পাৰি। পদ্যত কোৱা হয় কিয়? পদ্য মনত ৰখাত সহজ কাৰণে? এইটো কাৰণতে জানো শিশুগীত লেখা হ'ব লাগে?

শিশুবোৰে মাজে সময়ে মিছা কথা কয়। সেয়া মিছা কথা নহয়, তাৰ কল্পনাৰ কথাহে সেইবোৰ। মিছা কোৱাই নহয়, দুই এটা উৎপতীয়া কামো কৰে সিহঁতে। যেনে শুই থাকোতে মানুহৰ কাণতে কিবা এটা সুমাই দিলে, তেনেকুৱা। খেলধেমালিত শিশুৰ হাত ভৰি ভঙা এইবোৰ কথা বিশেষ চিন্তা কৰিব নালাগে। সেইবোৰৰ চিকিৎসা

কৰিব লাগে, তাৰ বাবে মাক-বাপেক প্ৰস্তুতো থাকিব লাগে। সাপ এটা দেখি শিশু এটাই ধৰিবলৈ খেদি যায়, সি বিপদৰ কথা নাজানে, সি সাপটোৰ সৌন্দৰ্যত মোহিত হৈহে যায়। এই চেন্টিমেন্টটো ডাঙৰে বুজি পাব লাগে। মই যদি লেখোঁ 'মই এদাল সাপৰ নেগুৰত ধৰি ঘুৰাও' এইটো একো দোষৰ কথা নহয়। এইটো শিশুৰ কল্পনাহে। এইটো অকল্পনীয়ও নহয়, কাৰণ পৰা হ'লে শিশু এটাই কৰিলেহেঁতেন। এটা কথা ঠিক যে বিপদৰ সময়ত সিহঁতৰ বুদ্ধি সাংঘাটিক। বিপদৰ সময়ত সিহঁতে এনেকুৱা বুদ্ধি পাঙে যে ডাঙৰে কল্পনাও কৰিব নোৱাৰে। এই বিলাক সিহঁতৰ স্বতঃস্ফূৰ্ত।

জীৱনৰ প্ৰতিটো সময়ৰে একোটা নিজস্ব গতি থাকে। শিশুৰ জীৱনৰ গতিটো তাৰ মতে অনুভৱ কৰিব দিব লাগে, ডাঙৰৰ মতে সেইশিশুৰ গতি নিৰ্দ্ধাণ কৰিব নালাগে। তাৰ যিটো বাসনা সেই বাসনা বুজাৰ চেষ্টা কৰিব লাগে।

এটা বয়সত শিশুটিয়ে মিছা কথা কয়, সজা কথা কয়। এইবোৰ তাৰ কল্পনা শক্তিৰ বিকাশৰ চিন। এইবোৰ বাঢ়ি যোৱা মানে তাৰ কল্পনা শক্তি বাঢ়ি যোৱা। এই মানসিকতা বুজি পালেহে, অনুভৱ কৰিব পাৰিলেহে শিশুৰ বাবে লেখিব পাৰি। মই দুটামান গানত সেই অনুভৱ কৰাৰ চেষ্টা কৰিছোঁ।

## সামাজিক গীতৰ প্ৰসংগ

মোৰ গীতৰ প্ৰধান ধাৰাটো হৈছে সামাজিক গীতৰ। প্ৰেমৰ যিবোৰ গীত আছে সেইবোৰ কেতিয়াবা ভুমুকি মৰা চিন্তাৰ কথা। সামাজিক গীতবোৰতেই মই নিজকে বিচাৰি পাওঁ। বৰ্তমানৰ আৰ্থ-সামাজিক ব্যৱস্থাটোত মানুহৰ যি দুৰ্গতি হৈছে সেই দুৰ্গত মানুহবোৰৰ জীৱনৰ হাঁহি-কান্দোন, দুখ-বেজাৰ, সংগ্ৰাম এই বিলাক কথা মই মোৰ গানত প্ৰকাশ কৰিব বিচাৰোঁ। এক্মে একোটা সময়ত মানুহ জাগি উঠে। সেই জাগৰণটোক মই গীতত ধৰি ৰাখিব বিচাৰোঁ।

মোৰ এটা ৰাজনৈতিক জীৱন আছিল। জ্যোতিপ্ৰসাদ মোৰ আদৰ্শ, তেৰো মানুহৰ মাজত সোমাইছিল ৰাজনীতিৰ মাজেৰে। তেওঁ কংগ্ৰেছৰ নেতৃস্থানীয় কৰ্মী আছিল। তেওঁৰ বাবে দেশ মানে দেশৰ মানুহ। কংগ্ৰেছ যেতিয়া বিপথে গৈছিল তেতিয়া তেওঁ তাৰ প্ৰতিবাদ কৰিছিল। ই সদায়েই বিশ্বাস কৰোঁ ৰাজনীতিৰ মাজেদি মানুহৰ মনৰ মাজত সোমাব পাৰি। বৰঞ্চ বেচিকৈহে সোমাব পাৰি। মই ৰাজনীতিত সোমাইছিলোঁ মন্ত্ৰী-এম এল এ হোৱাৰ আশাত নহয়, ৰাইজৰ মাজলৈ যোৱাৰ আশাত। বামপন্থী সকলে সাধাৰণ মানুহৰ কথা চিন্তা কৰে, এই কাৰণেই বামপন্থী ৰাজনীতিৰ প্ৰতি মই আকৰ্ষিত হৈছিলোঁ। ৰাজনীতিয়ে মোক মানুহৰ পৰা বিচ্ছিন্ন

কৰা নাই। ৰাজনীতিয়ে মোক মানুহৰ হৃদয়ৰ সংবাদ ল'বলৈ দিছে। মই গান বাজনাৰ মানুহ, এই শিল্পটোক মই অকণমান বেলেগকৈ চোৱাৰ সুবিধা পাইছোঁ।

এই সাধাৰণ মানুহখিনিয়েই পৃথিৱীৰ সকলো মানুহকে কান্ধত তুলি লৈ ফুৰিছে। তেওঁলোকে ঘটি দিয়া বস্তুকেই আমি খাইছোঁ। তেওঁলোকৰ বাবেই আমি জীয়াই আছোঁ। এই কথাবোৰ, এই চিন্তাবোৰ মোৰ গীতত উকি মাৰিছে।

মোৰ গীতৰ বেচিভাগ মানুহেই কৃষক। যন্ত্ৰ যুগৰ মানুহৰ কথা মোৰ গীতত তেনেকৈ নাই। কাৰণ অসমত এইটো বাস্তৱ নহয়। ইয়াত শিল্প তেনেকৈ গঢ়ি উঠা নাই। কৃষক সকলৰ প্ৰতি মোৰ এটা বিশেষ দুৰ্বলতা আছে, সেই দুৰ্বলতা যন্ত্ৰ যুগৰ মানুহৰ প্ৰতি নাই বুলিয়েই ক'ব পাৰি। শিল্প জীৱনৰ আভাষ আমি ইয়াত নাপাওঁ। সাধাৰণ মানুহ বুলিলে মই কৃষকখিনিকে চিনি পাওঁ, বুজি পাওঁ। মই নিজে গাঁৱত জীৱন কটাইছোঁ, লোকগীত, বিহুগীত, ভকতীয়া গীত এইবোৰকে বুকুত বান্ধি ডাঙৰ হৈছোঁ। এইবোৰে মোক প্ৰভাবিত কৰিবই।

বাধাৰ কথাটো মোৰ বহু গীততে আছে। সাধাৰণ মানুহবোৰে কাম কৰে, ডাঙৰ মানুহবোৰে বহি বহি খায়। সৰু মানুহৰ উন্নতি হ'বলৈ নিদিয়ে, সিহঁতক অত্যাচাৰ কৰে। আমাৰ যিবোৰ লোকগীত বা তেনে ধৰণৰ বস্তুবোৰ আছে সেইবোৰত এই ধাৰণাটিয়ে উঁকি মাৰে। সেইবোৰ মই চেষ্টা নকৰাকৈয়ে শুনি শুনিয়েই আত্মস্থ কৰিছোঁ।

## বিহুগীতৰ প্ৰসংগ

বিহু গীতৰ সুৰক ভিত্তি কৰি কিছুমান সৃজনীশীল গীতৰ সুৰ ৰচনা কৰা হৈছে। সেইবোৰক বিহুগীত বুলি কোৱা নহয়। সেইবোৰ আধুনিক গীতেই। বিহুসুৰীয়া গীত বুলি ক'ব পাৰি। বিহুগীত বুলি যিবিলাক গীত চলি আহিছে সেইবোৰৰ গীতিকাৰৰ নাম নাই। সেইবোৰ সমজুৱা জীৱনৰ সৃষ্টি। তাত ৰচোতাজন নাথাকে। সমাজৰে কোনোবা এজন সাধাৰণ মানুহে লেখা গীত, কিন্তু সেইবোৰ সমাজৰে হৈ পৰে। কোনোবা এজনে লেখে আন এজনে তাত জোৰা দিয়ে, তেনেকৈয়ে গীতটিয়ে গৈ থাকে।

আজি এই আধুনিক যুগত যদি কোনোবাই বিহুগীত লেখিব খোজে তেন্তে তেওঁ লোকশিল্পী হ'ব লাগিব। বিহু কৃষি জীৱনৰ গীত, লেখকজন কৃষক হ'ব লাগিব। আজিৰ মধ্যবিত্ত জীৱন কৃষি-বিচ্ছিন্ন জীৱনৰ প্ৰেমৰ কথা সুমাই দিয়ো বিহুগীত বুলি চলাই দিয়া হৈছে। কৃষিৰ জীৱনতো পৰিবৰ্তণ আহিছে। নাঙলৰ ঠাইত পৰিবৰ্তন আহিছে। সেইটো স্থায়ী হ'ব লাগিব, তাৰ ওপৰত চিন্তা হ'ব, এইবোৰ হওঁতে

সময় লাগিব। এই পৰিবৰ্তিত কৃষি জীৱনটোক লৈ কৃষি বিহুগীত লেখিব পাৰি। আমাৰ আধুনিক জীৱনৰ যিসমল লোকে লোকশিল্পীৰ চিন্তা চেতনাৰ লগত একাত্ম হোৱাৰ চেষ্টা কৰিছে তেওঁলোকে বিহুগীত লেখিব পাৰিব বুলি মোৰ ধাৰণা।

ময়ো কেইটিমান বিহুগীত লেখাৰ চেষ্টা কৰিছোঁ। খগেনে সেইবোৰ গায়। সি কৈ নিদিলে সেইবোৰ মই লেখা বুলি মানুহে ধৰিব নোৱাৰে। তেনেকুৱা এটি বিহুগীত হ'ল

কপৌ ফুল এথুপি          কপৌ ফুল দুথুপি
কপৌ থুপি থুপি ফুলে
আজিচোন কপৌফুল          বেজাৰত বিয়াকুল
কোন পাতকীয়ে ছুলে।।

গগনা বাজিলে          গ'ল ৰজনজনাই
চিফুঙৰ উঠিলে গা
কাৰফাই ধেনুখন          কেনৈ লাজিছে
কেনৈ লাগিছে দা।।

হিলৈতকৈ ঢোলৰ মাত   ছাৰ অ' জীৱন জৌ
গুলীতকৈ পেঁপাৰ মাত ছাৰ
বুকুৰে বহনা          বজা ঐ গগনা
পিৰীতিৰ নিছিগা ধাৰ।।

ইমূৰে সদিয়া সিমূৰে ধুবুৰী
মাজত থুপি থুপি জিলা
একেখন বৰলুইতে সবাকে বান্ধিলে
কিনো কাল-পুৰুষৰ লীলা।।

বেলিৰ মুখৰ হাঁহি ঢাকি কি ৰাখিব
ডাৱৰে সৰ্বতি কাল
বাৰ দৈ চিখলাই মেঘ হুৰাই দিব
বতৰ হ'ব ফৰকাল।।

চিনেমাৰ কাৰণেও তেনেকুৱা বিহুগীত কেইটিমান লেখিছোঁ।

# চিনেমাৰ গীতৰ প্ৰসংগ

চিনেমাৰ প্ৰথম গানটো লেখোঁ বুলি লেখা নাছিলোঁ, মই আলেখ্য এখনৰ বাবে লেখা গান এটি ব্ৰজেন বৰুৱাই লৈ থৈছিল আৰু পিচত সেই গানটোক 'স্মৃতিৰ পৰশ' নামৰ চিনেমাখনত দি দিছিল। গানটো আছিল 'অ' আই আমাৰ কপালতে'। পিচত ব্ৰজেন বৰুৱাই সংগীত পৰিচালনা কৰা আৰু পৰিচালনা কৰা প্ৰায় আটাইবোৰ ছবিতেই গীত লেখিছোঁ। নীপ বৰুৱা, দ্বিবন বৰুৱাই পৰিচালনা কৰা প্ৰায়বোৰ ছবিতেই গীত লেখিছোঁ।

চিনেমাৰ গান সাধাৰণতে চিকুৱেন্সতেই লেখা হয় যদিও মই স্বাধীনতাটো বজাই ৰাখিছিলো। কিছুমান চিকুৱেন্সৰ বাৰে তেওঁলোকে মোক চিকুৱেন্সটো আৰু তাক মোৰ মতে বাখ্যা কৰাৰ স্বাধীনতা দিছিল।

সাধাৰণতে ব্ৰজেনে সুৰটি শুনাই দিয়ে আৰু সেই সুৰত মই শব্দ পাতি যাওঁ। সুৰটো যেতিয়া মোক শুনায়, মই খুব মগ্ন হৈ শুনো, চিকুৱেন্সটি মনৰ চকুৰে চাই লওঁ আৰু সুৰটিয়ে বিচৰা মতে শব্দ পাতি যাওঁ। এইটো লাহে লাহে অভ্যাস হৈ গৈছেগৈ। সুৰটো আত্মস্থ কৰাটোহে প্ৰথম কথা। সুৰটিয়ে কি বিচাৰিছে, কি কয় সেইটো ভবাৰ লগে লগে শব্দবোৰ আহি যায়। পিচত দেখিছোঁ গীতটো ভালেই হয়গৈ। দুই এটি গীত চিনেমাৰ চিকুৱেন্সটো বাদ দিও অকলে গীত হিচাপেই থিয় দিছে। মই যে অকল ফৰমাইচতো পূৰণ কৰাৰ বাবে চিনেমাৰ গীত লেখিছোঁ সেইটো নহয়, সেই বস্তুটো নিজৰ কৰি লৈহে গান লেখিছোঁ। তেনে এটি গীত হ'ল 'আশ্ৰয়' চিনেমাৰ এই গীতটি-

কিনো মৰমৰ জৰী
কেনেকৈ ৰাখিবি ধৰি
ইমান যে থুনুকা
জানোচা চিঙি যায়।।

পদুলিৰে সৌ বকুল জুপি
বেজাৰতে বাৰু আছেনে উচুপি
আকোঁৱালি ধৰি ৰাখিব নোৱাৰি
ফুলে তাক এৰি সৰি যায়।।

এই ভাল লগা এই ভাল পোৱা
ফুল ফুলি যেন সৰি যোৱা

সৰেও যদি চকুলো টুপি
যাবই লাগিব তই খুপি খুপি
মৰমেযে তোক ৰাখিছে ধৰি
মৰমতে থাকিবি জীয়াই।।

প্ৰথমে মই চিনেমাৰ গীতবোৰক বিশেষ মূল্য দিয়া নাছিলোঁ। পিচত দেখিলোঁ মানুহে চিনেমাখন বাদ দিও সেই গীতবোৰক পচন্দ কৰিছিল। কিছুমান কথা মানুহে নিজে নিজে নিজৰ মতে মিলায় লয়। 'কাক বুলিলো কোনে নিজে গাত পাতি ল'লে চা' গীতটি কোনোবাই কোনোবাই কংগ্ৰেছী নেতাক লৈ লেখা বুলি ভাবিছিল।

কাক বুলিলোঁ কোনে নিজে
গাত পাতি ল'লে চা
জালকে বুলিলে জকাই
এতিয়া মজাটো পা।

চাই চাই বুলিবি বাট
আচহুৱা পিছল বাট
ভৰি পিচলি পৰ জানো
খোপনি নৰয়
জানো চকুপানী বয়
মাকন এবাৰ ভাবি চা।।

কথা সলাইছে চা কথা পকাইছে চা
আমি নেপাওঁহে যেনিবা বুজি
বেথা লগাইছে চা বাগি মাৰিছে চা
কিনো মিছায়ে কিল খায় খুজি
ধেমালি চা -বোলে কেনে?
মানুহ মৰে কৈ আইকণ চৰাই মৰে বৈ
আগ গুনিবি পাছ গুনিবি
তেহে দিবি খোজ
কেলেই হব আকোৰ গোজ
আয়ে কথা কৈছে চা।।

পখী বনৰীয়া পাখি বৰণীয়া
দেখি ধৰি ৰাখিবলৈ মন
হাতো নেমেলিবা মাতো নেমাতিবা
লেখি লেখি নেথাকিবা ক্ষণ
নেথাকিবা বোলো কেনে?

হাতো মেলা নাই দেইবা মাতো মতা নাই
পখীৰ ৰূপ দেখি আমি
ভোলো যোৱা নাই
আমাক নেলাগে চৰাই
আয়ে কেনে কৰে চা।।

মই লেখা গান দুটা এখন চিনেমাত আনৰ নামত ওলাইছিল। এই কথাটো মই এতিয়া কাকো ক'ব নোৱাৰোঁ। কাৰণ দোষটি মোৰ।

# কেশৱ মহন্তৰ গীতৰ বিষয়ে

## ৰমেন বৰুৱা

মোৰ প্ৰথম ছবি ডাঃ বেজবৰুৱাখনক বাদ দি প্ৰায় আটাইকেইখন ছবিৰ গীতহে তেখেতে ৰচনা কৰা। ছবিৰ গীতক বাদ দিও মই তেখেতৰ আন গীততো সুৰ কৰিছোঁ। মোৰ দাদা ব্ৰজেন বৰুৱাৰ লগত তেখেতৰ ঘনিষ্ঠতা আছিল কলেজীয়া দিনৰ পৰা, সেই সুত্ৰেই মই তেখেতক ওচৰৰ পৰা পাইছোঁ। মই ছবিৰ গায়ক হিচাপে আত্ম প্ৰকাশ কৰা 'স্মৃতিৰ পৰশ' ছবিখন আছিল আমাৰ বহুতৰে প্ৰথম ছবি। পৰিচালক হিচাপে নীপদাৰ প্ৰথম ছবি, সংগীত পৰিচালক হিচাপে ব্ৰজেনদাৰ প্ৰথম ছবি, গীতিকাৰ হিচাপে কেশৱ মহন্তৰ প্ৰথম ছবি। আনকি জনপ্ৰিয় গায়ক বীৰেন দত্তইও এই ছবিৰ বাবেই প্ৰথম গীত ৰচনা কৰিছিল, তাকো হিন্দী ভাষাৰ গীত। এই দীৰ্ঘদিনীয়া সান্নিধ্যৰ বাবেঁই মই তেখেতৰ লগত কাম কৰাত সহজ বোধ কৰোঁ।

তেখেতৰ গীতৰ কথা সৰল আৰু সদায়েই অৰ্থবহ। গীত ৰচনাৰ সকলো কিটিপ, ছন্দ - মাত্ৰাৰ জ্ঞান ইমানেই সঠিক যে সুৰ কৰাৰ ক্ষেত্ৰত অকণো অসুবিধা নহয়। সুৰত গীত লেখাৰ সময়তো তেখেত সমানেই সিদ্ধহস্ত। ছবিৰ বাবে বিভিন্ন পৰিবেশ সৃষ্টি কৰাৰ কথা থাকে, বিভিন্ন চৰিত্ৰৰ বাবে বিভিন্ন ধৰণৰ ভাব-ভংগীমা, বিভিন্ন ধৰণৰ শব্দ ব্যৱহাৰৰ কথা আহে। এই সকলোবোৰ তেখেতৰ হাতৰ মুঠিত। আনকি লোকসংগীতৰ সুৰৰ গীত ৰচনা কৰোতেও তেখেতে ইমান দক্ষতাৰে কৰে যে সেই গীতবোৰক কৈ নিদিলে মানুহে লোক গীত বুলিয়েই ভুল কৰে। তেনেকুৱা এটি গীত হ'ল-

ৰুণুজুনু ৰুণুজুনু ঘুংগুৰা বজাই
আঠু কাঢ়ি ৰিংগ পাৰি ফুৰে যদুৰাই
যশোৱা আইৰে আন্ধাৰ ৰাতি পোহৰাই।।

কি পূণ্য সাধি নন্দ ৰাজা নন্দ ৰাণী
তোমাক লভিলে পুত্ৰ অহে চক্ৰপানি
লাৰু হাতে গৰু চাৰি ফুৰা বেনু বাই।।

বসুদেৱ দৈৱকী দুইৰো শিকলি খহাই
পোতাশাল উজলাই তুমি আহিলা বলাই
কালৈনো কৰিলা ভয় নাজানো গোঁসাই।।

যোৰহাটত এগৰাকী বয়সীয়াল মহিলাই মোক সুধিছিল - এই গীতটো কোনে লেখা। মই উত্তৰ দিছিলোঁ - কেশৱ আতাই।

## প্ৰভাত শৰ্মা

কেশৱ মহন্তৰ গীতবোৰে মোক নানা ধৰণে আকৃষ্ট কৰে। প্ৰথম কথা তেখেতৰ কথন ভংগী। সৰু কথা এটিকো তেখেতে সুন্দৰ ভাবে প্ৰকাশ কৰে। অকল সুন্দৰেই নহয়, সৰল ভাবেও। এই সৰলতাই মোক আকৰ্ষণ কৰে। মই সুৰ কৰা এনেকুৱা এটি গীত হ'ল

অ' সৰু সৰু
সৰুকৈ বকুল ফুল লাহি
সৰিছে বতাহত দেহি
বুটলি আনোতা নাই
কাৰোনে নাইনে আজৰি
মোৰো যে কঁকালত গাগৰি।।

অ' দুবৰিৰ বুকুৰে তৰা
সৰিলি সৰগৰ পৰা
গাগৰি মাটিতে থওঁ যেন
একোচকৈ বুটলি লওঁ যেন
পিয়াহৰ পানীৰে বুকুৰ ভোক নুগুচে
থেকেচি ভাঙি থওঁ গাগৰি।।

অসমৰ গাঁৱৰ জীৱনৰ ছবি তেখেতৰ গীতত খুব প্ৰাঞ্জল ভাবে প্ৰকাশ পায়। ছবি মানে প্ৰকৃতি আৰু মানুহ, দুয়োটাৰে সম্পৰ্ক, আবেগ-অনুভূতি, বিশ্বাস-পৰম্পৰা এই সকলোবোৰ হৃদয়স্পৰ্শী ৰূপত প্ৰকাশ পায় বুলি মই ভাবোঁ। অকল গাঁৱৰ ছবিয়েই কিয়, চাহ বাগিচাত ছবি অংকণতো তেখেতৰ দক্ষতা ভাবিব নোৱৰা। মই সুৰ কৰা তেনেকুৱা গীত এটি হ'ল-

মাণিকজুৰি বাগিচাত
এৰাতি থাকি যা অ'
মাদল-বাঁহীৰ মাতাল ৰাতি।।

জিলিকে
তেল পিছল দেহাতে
জিলমিল ঘামৰে
ৰূপ কি ৰূপ ঐ
ভাদুৱাৰ
মাদলে দলিছে
ফুলমণিৰ কলিজা
ৰূপ কি ৰূপ ঐ

গকুলৰে কুল এৰি মাণিকজুৰি মাণিকজুৰি পালিহি
কিনো মোৰ পাগল পীৰিতি।।

লৰিছে
চাহ গছৰ দুখিলা
উৰে কি পৰে ঐ
পৰিছে
ফুলমণিৰ চুলিতে
ভাদুৱাৰ ঐ বাহুতে
পৰে কি চৰে ঐ
কাতি মাহৰ এই ৰাতি নাচ পখিলী জাক পাতি
মাণিকজুৰিৰ জীৱন ৰাতি।।

এয়া হ'ল তেখেতৰ গীতৰ কেইটিমান দিশ। কিন্তু গীত একোটি সুৰ কৰাৰ ক্ষেত্ৰত তেখেতৰ গীতে মোক সুবিধাও দিয়ে, প্ৰত্যাহ্বানো জনায়। তেখেতৰ শব্দৰ ব্যবহাৰ, ছন্দৰ জ্ঞান, বাক্যবোৰৰ গাঁথনি ইমান সুন্দৰ আৰু সঠিক যে সুৰকাৰ এজনৰ সুৰ সৃষ্টি সহজ হৈ পৰে। সুৰত গীত লেখিলেও তেখেতে সুৰটিৰ হৃদয়ত বহুৱাই লৈ তাত শব্দৰ জন্ম দিয়ে। গীতৰ গাঁথনিৰ ক্ষেত্ৰত তেখেত ইমানেই শক্তিশালী যে গীত ৰচনাৰ প্ৰচলিত নিয়ম ভাঙি তেখেতে বেলেগ ধৰণে গীত একোটি লেখে। মোৰ সুৰত তেখেতে লেখা এটি গীত-

আজি দেখোন
মনে মনে ওলাল ৰঙা জোন
দেহি ঐ আজি দেখোন
মন মোৰ ভাল লাগিও
ভাল নালাগে চোন
কিনো হ'ল।

চোতালৰে দুবৰিৰে আলফুলীয়া গা
তাতে আহি পৰিল লাহি আহিনৰে বা
আকাশে তাত সিঁচি দিলে সোণৰ বৰষুণ
আৰু নুসুধিবা মোক কাণে কাণে
তুমি মোৰ কোন।।

কপালতে জ্বলা দেখোন তিৰবিৰ ফোঁট
বুকু জুৰি বৈ যায় আকলুৱা সোঁত
তুমি মোৰ কোন জানো ইমান আপোন
আৰু নাভাঙিবা মোৰ আলসুৱা জোনালী সপোন।।

## খগেন মহন্ত

সৰুৰে পৰা গীত মাত গাই আহিছোঁ, বিভিন্নজনৰ গীত গাইছোঁ। এনেদৰে গীত গাওঁতে দেখা পাইছোঁ জীৱনৰ গানে মানুহক সহজে আকৃষ্ট কৰে। জীৱনৰ কথা, সেই কথাত যদি মানুহে নিজকে দেখা পায়, সেই গীত মানুহে ভাল পায়। কেশব মহন্তৰ গীতত সেই গুণটি আছে। মই নিজে সৰুৰ পৰাই চহা জীৱনৰ লগত পৰিচিত, চহা জীৱনৰ গোন্ধ এতিয়াও মোৰ দেহত লাগি আছে। কেশব মহন্তৰ গীতত দেখা পাইছিলোঁ যে তেখেতে চহা জীৱনৰ গভীৰৰ পৰা গভীৰতৰলৈ সোমাই যাব পাৰে। ৰুদ্ৰ বৰুৱাৰ গীততো সেই গুণ আছিল, কিন্তু কেশব মহন্তৰ গীত অধিক গভীৰ। সেই প্ৰকাশ ভংগী মোৰ খুব আপোন আপোন লাগে। চহা জীৱনটো মই ভালদৰে দেখা পাইছোঁ, কিন্তু কেশব মহন্তৰ গীতত সেই জীৱনটোক আৰু পৰিষ্কাৰকৈ দেখা পাওঁ। মোৰ এনে লাগে মই ভবা কথাটোকে যেন তেখেতে লেখিলে। ১৯৫৬ চনতে মই 'কলৰে পাত'তে গালোঁ, তেতিয়াৰে পৰা কেশব মহন্তৰ গীত গায়েই আছোঁ।

তেওঁ কথা এনেয়ে নিলিখে, বুকুৰে কোৱা কথা ভাষাৰে লিখে। অকল সামাজিক বিষয়ৰ গীততেই নহয়, ৰোমান্টিক গীততো একে কথাই খাটে। ৰোমান্টিক

গীত ব্যক্তিগত গীত। সেই ব্যক্তিগত কথাকো তেওঁ সকলোৰে কথা হিচাপে লেখিব পাৰে। তেওঁৰ গীতৰ কথা এজনৰ নহয়। গীতটো যিয়ে পঢ়ে গীতটো তেওঁৰো গীত, যিয়ে গায় তেওঁৰো গীত, যিয়ে শুনে তেওঁৰো গীত। 'আজি বাৰিষাৰ প্ৰথম বৰষুণ' এই ৰোমান্টিক গীতটো সকলোৰে গীত। তেওঁ নিজৰ কথা লেখিছে কিন্তু সেই কথা তেওঁৰ নিজৰ হৈ থকা নাই, সি সকলোৰে গীত হৈ পৰিছে।

মই যিমান গীত গাইছোঁ প্ৰতিটো গীতকেই হৃদয়েৰে উপলব্ধি কৰিহে গাইছোঁ। কিন্তু সেই সকলোবোৰ গীতৰ মাজত 'প্ৰিয়তম এই জীৱন' গীতটো যেন মোৰ হৃদয়ৰ আটাইতকৈ ওচৰৰ গীত।

## নৱকান্ত বৰুৱা

### কেশৱ বান্ধৱ, তোমাৰ গান

কেশৱ মহন্তক যেতিয়া গানৰ কিতাপৰ বাবে সাহিত্য অকাডেমি পুৰস্কাৰ দিয়া হ'ল, মোৰ মনেৰে এটা পুৰণি মূল্যমানৰ পুণৰ পুনৰ প্ৰতিষ্ঠা হ'ল। গানৰ খোলটোৰ পৰা পিছৰ যুগত কবিতা ওলাই আহিছিল সঁচা, গানৰ তাল মান কবিতাৰ ছন্দস্পন্দ ৰিদম একে হৈ থকা নাই, সিও সঁচা। সংগীতৰ মাত্ৰা নিৰ্ণয় আৰু কবিতাৰ মাত্ৰা নিৰ্ণয়ৰো ভেদ আছে। কিন্তু গীত হ'ল সুৰৰ বন্ধনত আৱদ্ধ ঘনীভূত কবিতা। গানত উচ্চাৰিত ধ্বনিৰ, ঘাইকৈ মুক্তধ্বনিৰ অ'পেন চিলেবল-ৰ মাত্ৰা সম্প্ৰসাৰণ সহজ, সংকোচনো সহজ, যিটো কবিতাত কৃত্ৰিম হৈ পৰে। কবিতাৰ উচ্চাৰিত শব্দপুঞ্জৰ লগত শব্দৰ ব্যৱহাৰিক আয়তন আৰু স্বাভাবিক যতি অক্ষুণ্ণ ৰাখিবলৈ চেষ্টা কৰা হয়। গানত সেইটোৰ এটা স্থিতিস্থাপকতা থাকে। জ্যোতিপ্ৰসাদৰ 'মোৰ ৰাগ কৰবীৰে পতা ল'বি পূজা' গানটো সুৰ সতে মনত পেলালেই কথাটো বুজাত সহজ হ'ব।

ভাৰতীয় গান, আনকি আধুনিক যুগতো, এতিয়াও আস্থায়ী (বহুতে শব্দটো অস্থায়ী বুলি ভাবে) অন্তৰা, সঞ্চাৰী, আভোগৰ পৰম্পৰাৰ পৰা সম্পূৰ্ণ মুক্ত হোৱা নাই। গান ৰচনা কৰোঁতে মুখলৈ অৰ্থাৎ ধ্ৰুৱপদ, ধুৰা, ধ্ৰুং বা ঘোৰালৈ ঘুৰি অহাৰ বাটটো সুগম কৰি ৰাখিব লাগে। মুঠতে মাত্ৰাৰ দৃঢ় বন্ধন আৰু উচ্চাৰিত ধ্বনিৰ মুক্তি এই দুয়োটাৰ সমন্বয় সাধনাৰ অভাবতো বহুতো গানৰ স্বাভাবিক লয় হেৰাই যায়। আনহাতে আকৌ কবিতা হিচাপে ভাব, চিত্ৰকল্প ইত্যাদিৰ সামগ্ৰিক ৰূপ এটাৰ অভাবতো বহুতো আধুনিক কবিতা শব্দৰ বিন্যাস মাত্ৰ হৈ পৰে। প্ৰকৃতিৰ লগত সংযোগ নথকাৰ বাবেও বহুতো গানে আঁকিব খোজা ছবিখন কেৰিকেচাৰৰ দৰে হাস্যকৰ হৈয়ো পৰে।

কেশবে গানৰ এই চৰিত্ৰ বুজে। তেওঁৰ গানত ধ্বনিৰ মাত্ৰা ব্যাপ্তি আৰু তাল মানৰ দাবী - দুয়োটাই সু-সম। তদুপৰি কবিতা হিচাপে ভাব বা মুড, চিত্ৰকল্প, শব্দযোজনা আদিৰ যি ঐক্য মানুহে বিচাৰে সেই সম্পূৰ্ণতাই কেশৱৰ গীতবোৰক সাৰ্থক কবিতা কৰি তোলে - আধুনিক অৰ্থতেই। আস্থায়ী-অন্তৰা লৈ সামগ্ৰিক ভাবে তেওঁৰ গানবোৰত কাব্যগুণ হেৰাই নাযায়। গান গঠনৰ অলিগলিবোৰ তেওঁৰ পৰিচিত। গতিকে আগতে প্ৰস্তুত কৰা সুৰতো কেশবে শব্দ খাজি যাব পাৰে। যিটো এই নৱকান্ত বোলা গীতিকাৰ জনে কৰিব পৰা নাই, একমাত্ৰ ৰবীন্দ্ৰ নাথৰ গানৰ অনুবাদৰ বাহিৰে। আচলতে ভাৰতীয় মাৰ্গীয় পৰম্পৰাতো ৰাগৰ গাঁথনিৰ ভিত্তিতেইহে কথা বহুৱাই গীত ৰচনা কৰাৰ পদ্ধতি আছিল। আলাপৰ পিচততেই 'চলত ৰাজকুমাৰী' বুলি আৰম্ভ কৰি সুৰৰ বিস্তাৰ, বিভিন্ন লয়ৰ গতি ইত্যাদিৰ মাজত ৰবীন্দ্ৰনাথৰ ভাষাৰে 'ৰাজকুমাৰী আৰ চলাই হলো না'। বৈষ্ণব যুগৰ পৰাই গীতত কথাৰ গুৰুত্ব বাঢ়িল। আধুনিক গীততো কাব্যগীতিয়েই। ফিল্মী দুনীয়াত আকৌ এতিয়া সুৰকাৰে সুৰ বান্ধি দিয়ে, দেশী বিদেশী মিশ্ৰিত সুৰ, তাতেই গীতিকাৰক সততে কথা বহুৱাই দিবলৈ কোৱা হয়। গীত ৰচনাৰ স্বাধীনতা কবিৰ অৰ্থাৎ গীতিকাৰৰ নথকা হয়। প্ৰথমে সুৰ, তাৰ পিচত কথা- এই বিপৰীত বিহাৰত কেশবে যে কেনেকৈ নিজৰ কবি চৰিত্ৰ ৰক্ষা কৰি চলে, ভাবিলে আচৰিত হওঁ ঃ

'এই জোন জোনালী  
থুপি থুপি তৰালী  
জ্বলি জ্বলি জ্বলালি  
মনে কাক নেদেখি বিনায়'

এই গীতটি ব্ৰজেন বৰুৱাৰ পূৰ্ব নিৰ্দ্ধাৰিত সুৰত লেখা। কিন্তু

অ' আই আমাৰ কপালতে  
ৰঙা সেন্দুৰেৰে  
তিলক আঁকি দিয়া  
ডাৱৰ ফালি ৰং মেলালৈ যাও'

এই গীতটিত কথা আগ, পিচত সুৰ। ইয়াত হেনো সুৰত কথা বহুওৱা নাই, কথাতহে সুৰ বহিছে। কিন্তু দুয়োটা গানতেই কেশৱৰ কবি-চৰিত্ৰ হানি হোৱা নাই। ইয়াকেই বোলে স্বধৰ্ম।

আকৌ ঘাই কথাটোলৈ আহোঁ।

কেশৱৰ গীত ইতিমধ্যে সমাজে স্বীকাৰ কৰি লৈছেই। আনে গোৱা বা সুৰ দিয়া হলেও সেইবোৰ কেশৱৰেই গান। সাহিত্য অকাডেমিৰ বিদ্যায়তনিক বিচাৰত

তাতেই যেন মোহৰ মাৰি দিয়া হ'ল। গীত সাহিত্যৰ বহিৰংগ নহয়। মৌখিক যুগৰ কথা এৰিও, নৱ বৈষ্ণৱ যুগত যেতিয়া ভাৰতীয় ভাষা সমূহৰ সাহিত্যিক আত্মপ্ৰতিষ্ঠা হ'ল তাৰ প্ৰধান উপজীব্য আছিল গীত। দৰাচলতে গোটেই নৱ বৈষ্ণৱ আন্দোলনটোৱেই এক প্ৰকাৰৰ সাংগীতিক আন্দোলন। সেইবাবে চণ্ডীদাস, বিদ্যাপতি, মীৰাবাই, নামদেৱ, জ্ঞানদেৱ, কবীৰ, নানক - এই সকলৰ গীত সমূহেই পিচৰ দিনৰ বিভিন্ন ভাষাৰ আদি নিদৰ্শণ। তাৰো আগতে বৌদ্ধ সহজীয়া সকলৰ চৰ্যাপদ - গীতেই।

এই পৰম্পৰাও পাঠ - আবৃত্তিৰ লগতে চলি আহিছে। মালায়ালী, তামিল, হিন্দী, উৰ্দু আদি আধুনিক ভাষাত কবিতা বিলাকক গীতৰ ৰূপতে গোৱা হয় - এতিয়াও। অসমীয়া সাহিত্যৰ এটি উল্লেখযোগ্য দিশ হ'ল আমাৰ ভাষাৰ প্ৰতিষ্ঠিত কবি সকলৰ বহুতেই গীতিকাৰ হিচাপেও গৃহীত। চুবুৰীয়া সাহিত্যত বৰ্তমান কালত বহু ভাল গীতিকাৰ থাকিলেও, নজৰুল ইছলামৰ পিচত কবিখ্যাতি সম্পন্ন গীতিকাৰ তেনেকৈ চকুত নপৰে। ওড়িয়া সাহিত্যত, শুনামতে, এতিয়াৰ গীতিকাৰ সকলক গৌণ ধৰণৰ কবি বুলিহে ধৰা হয়।

কেশৱ মহন্ত অসমীয়া সাহিত্যৰ এগৰাকী প্ৰতিষ্ঠিত গীতিকাৰ, যাৰ গানৰ ৰূপকল্প গানেৰেই আৰু ছন্দ-কুশলতা আৰু ভাব বিস্তাৰ আধুনিক অৰ্থতেই কবিতাৰ। অৱশ্যে তেওঁৰ কবিতা আৰু চৰিত্ৰৰ নহ'লেও আংগিকৰ যি পাৰ্থক্য আছে সেই কথালৈ অলপ পিছতে আহিম। কিন্তু তাৰ আগতেই ক'ম তেওঁৰ গান, কবিতা আৰু কথা-বতৰাত যিটো ঐক্য (স্ববিৰোধিতা স্বত্বেও) তাৰ কথা অলপ কৈ লওঁ, মহাপুৰুষীয়া মতে শিৰোণামাটি দি লৈছোঁ যেতিয়া। কেশৱ মোৰ বন্ধু, সুহৃদ। মই যি সময়ত 'বুদ্ধ পূৰ্ণিমা' বোলা কবিতাটি লেখোঁ, তাৰ আগতেই তেওঁ 'জন্মাষ্টমী' নামৰ কবিতা এটি লেখিছিল। সেই কবিতাটোৱেই মোক তেওঁৰ প্ৰতি আকৃষ্ট কৰিছিল আৰু যোৰ পুখুৰী পাৰৰ এঠাইত তেওঁক লগ ধৰিছিলোঁহি। সেই কবিতাটি ভবানন্দ ককাইদেৱেও ভাল পাই কিবা এটা মন্তব্য (ভাল মন্তব্য) কৰিছিল। মোৰ হাতত এতিয়া কবিতাটিও নাই আৰু দত্তৰ বক্তব্যটিও নাই। কেশৱক সুধি জানিছিলোঁ, কবিতাটো তেৱোঁ হেৰুৱালে। আমাৰ দুজন বয়স আৰু কবিতাৰ বয়সো প্ৰায় সমানেই। মানুহে যি বিলাকক এতিয়া আধুনিক কবিতা বা নতুন কবিতা বোলে, তাৰ জন্মৰ 'তাৰিখ-সাল' লৈ বিচাৰ বিবেচনা থাকিলেও এই জাতৰ প্ৰথমখন গুটীয়া মনে ব্যক্তিগত কবিতাৰ সংকলন সম্ভৱতঃ কেশৱৰেই 'আমাৰ পৃথিৱী', ১৯৪৬ চনত ওলোৱা। আমাৰ লগো প্ৰায় সেই সময়ৰেই। মোৰো এটা নে দুটা কবিতা তেতিয়া 'জয়ন্তী'ত ওলাইছিল। ভবানন্দ-কমলনাৰায়ণ-চক্ৰেশ্বৰ (দত্ত, দেৱ আৰু ভট্টাচাৰ্য) যুথৰ হাতত তেতিয়া 'জয়ন্তী'খন প্ৰগতিবাদৰ সুদৰ্শণ চক্ৰ বা বলৰামৰ নাঙল বা অৰ্জুনৰ শতঘ্নী - মুঠতে

সমাজবাদী চিন্তাৰ বাটকটীয়া। কথাটো সঁচা, জয়ন্তীৰ প্ৰবন্ধ আদিত সমাজবাদী বাস্তবতাৰ আদৰ্শ ঘোষিত হৈছিল, কিন্তু সেই জোখত সৃষ্টিশীল সাহিত্য-কৰ্ম সিমান হোৱা নাছিল। অৰ্থাৎ সেই কবিতাৰ বহুখিনিয়েই নতুন কোনো নান্দনিকতাৰ চিনাকি নাছিল। ছন্দৰ ফালৰ পৰাও ছিন্ন অমিতাক্ষৰেই ঘাই বাহন আছিল।

ঠিক সেই সময়তে আৰু এটা 'ধক' উঠিছিল - মননশীলতা। 'আবেগৰ বন্দী কবি নোহে নিয়মৰ' হ'লে নুলিব - সৃষ্টিকাৰ্যত মনন থাকিব লাগিব ইত্যাদি। হেম বৰুৱাই তেওঁৰ স্পন্দিত গদ্যত লেখিছিল 'আলেকজেন্দাৰৰ দৰে চুচি খুৰোৱা মুখ'। আলেকজেন্দাৰৰ দৰে কিয়? আমি জানিব খুজিছিলোঁ। কোনোবা এখন বিশ্ব ইতিহাসত হেনো আছে আলেকজেন্দাৰেই প্ৰথমে দাঢ়ি খুৰোৱা প্ৰথা আৰম্ভ কৰে. তাৰ আগতে গ্ৰীকসকলৰ মুখত ভোবোকাৰ দাঢ়ি ভৰি থাকে, ইত্যাদি। এই উল্লেখন বিলাককেই আমি মননশীলতা বুলি ভাবিছিলোঁ। এতিয়া বুজোঁ মননশীলতাই আবেগক সংহত পথেৰে লৈ যাব পাৰে, পৰিশীলিত কৰিব পাৰে মানসিক উদভ্ৰান্ততা। (এইখিনিতে মননশীল ব্যক্তি. ইন্টেলেকচুৱেল অৰ্থটো বুজাবলৈ 'বুদ্ধিজীৱী শব্দটো - (বহুতে আকৌ 'জীৱি' ৰূপটো ব্যবহাৰ কৰে)- ব্যবহাৰ কৰা হয়। এই শব্দটো কেতিয়াৰ পৰা আমাৰ ভাষাত চলিত হ'ল মোৰ পঞ্চাছ বছৰীয়া সাহিত্যিক জীৱনত মনত নপৰে। অসিজীৱী, মসীজীৱী, মৎসজীৱী, কাৰুজীৱী আদি যিমানবোৰ শব্দ আছে সেইবোৰ জীৱিকাৰ লগত সংপৃক্ত। সিদিনা এজনে ক'লে বোলে বুদ্ধিৰে জীৱিকা চলাই যোৱা সকল বুদ্ধিজীৱী। কথাটো ৰহইছ বা জ'ক হিচাপে হয়তো থিকেই কিন্তু ই ইন্টেলেকচুৱেলৰ প্ৰতিশব্দ নহয়। সেইটো মননশীল হোৱাটোৱেই বাঞ্চনীয়।)

আকৌ কেশৱলৈ আহোঁ। কেশৱক মই 'মহাজন' বুলিও মাতোঁ। মহন্তসকলক মহাজন বুলি উল্লেখ কৰাটো আমাৰ অঞ্চলৰ দস্তুৰ আছিল। 'এটকা মহন্ত' অৰ্থাৎ পৰিপূৰ্ণ খাটি মহন্ত বোলা এটা ধাৰণাও প্ৰচলিত আছিল। আমাৰ পৰিয়ালৰ লগত দুই এঘৰ 'এটকা মহন্ত'ৰ বৈবাহিক সম্বন্ধও আছিল। আমাৰ বৰ আই এগৰাকীৰ কথা উল্লেখ কৰোঁতে মহাজনী বৰ আই বুলি কৈছিলোঁ। কাৰণ তেখেত আছিল মহন্ত এঘৰৰ জীয়ৰী। সেই অতীতক ধেমেলীয়াভাবে সুঁৱৰি আৰু অলপ অচৰপ মহাভাৰতৰ বকৰূপী 'ধৰ্ম'ৰ কঃ পন্থাৰে মনত পেলাই যুধিষ্ঠিৰৰ উত্তৰটো 'মহাজন সকল যোৱা বাটেই আচল বাট'- সেইবোৰ কথাকে মনত পেলাই মই তেওঁক মহাজন বোলোঁ। মহাজন মানে মহৎ লোক আৰু 'জনতা' দুয়োটাই হয় হেনো। কেশৱ যে জনতাপন্থী সেই কথা কোনে নাজানে? কেশৱে বাচি লোৱা পন্থাটো হ'ল-সমাজবাদ, আনকি বৈজ্ঞানিক সমাজবাদত তেওঁৰ বিশ্বাস এতিয়াও আঁতৰা নাই। এতিয়াও মানে ছোভিয়েট ৰাষ্ট্ৰ সংগঠন ভাগি যোৱাৰ পিছতো। কাৰণ ৰাজনীতিৰ উৰ্দ্ধত হ'ল জীৱন

দর্শন। প্ৰয়োগৰ ব্যৰ্থতাই সদায় বিশ্বাসৰ ব্যৰ্থতা নহয়।

এই বিষয়ে মই কেশৱৰ লগত কথা পাতিছোঁ বহুবাৰ। তেওঁৰ জীৱন এষণা কৃতিৰ কেন্দ্ৰীয় শক্তি হিচাপে সমাজবাদী চিন্তাকেই তেওঁ গ্ৰহণ কৰি আহিছে। স্বাভাৱিকতে সেইটো নোহোৱা হ'লে তেওঁৰ গান আৰু কবিতাৰো সৃষ্টি নহ'লহেঁতেন। ময়ো সমাবাদত বিশ্বাসী, অন্ততঃ আমাৰ দৰে দৰিদ্ৰ দেশৰ উত্তৰণ সমাজবাদী বাটেৰে হ'লেই মংগলদায়ক বুলি ভাবোঁ। আৰু এই কথা বিশ্বাস কৰোঁ মাৰ্ক্সীয় চিন্তাধাৰাত এটা অৰ্ন্তনিহিত বিৰোধে অহৰহ কাম কৰি থাকে। সমাজবাদ বা সাম্যবাদ পৃথিবীৰ মানুহৰ বাবে শেষ আশ্ৰয় বা 'আখেৰি পয়গাম' নহয় - কিন্তু এটা ঐতিহাসিক বাধ্যতা imperative.

কেশৱৰ লগত কেতিয়াবা এনেবোৰ কথা পাতিছোঁ। তেওঁ মোক সমাজবাদৰ এক প্ৰকাৰৰ গুটীয়া ভকত (সত্ৰৰ লগত সম্বন্ধ নথকা সকলে নিজ মতে গীত-মাত গাই থকা ভকত) বুলি জানে। সেইবাবেই অসম প্ৰগতিশীল শিল্পী সাহিত্যিক সংঘৰ সভাপতি পদতো মোক ৰাখিলে তিনি বছৰ।

মই কওঁ, 'তোমালোকে সমানভাবে সম্পদ বা উৎপাদন বিতৰণত বিশ্বাস কৰা। মই বিশ্বাস কৰোঁ সমানভাবে অৱসৰ অৰ্থাৎ আজৰি বিতৰণত। আজৰি নহ'লে সংস্কৃতি হ'ব কেনেকৈ? আকৌ কাম নকৰা মানুহক আজৰি কেলেই? কিছুমানৰ আকৌ কামেই কাম, জিৰণি নাই। কিছুমান সুষমাৰ পৰা আতঁৰত কিছুমান উপস্বত্বভোগীৰ আজৰিয়েই আজৰি, গতিকে সংস্কৃতিৰ নামত দুস্কৃতিৰ পোহাৰ। গতিকেই সম্পদৰ ভাগ আৰু আজৰিৰ ভাগ ৫০/৫০। একেই কথা। কেশৱে মোৰ কথা শুনি হাঁহে। বোলে, ইউটোপিয়ান।

অৱশেষত দলে বলে আহি মোক প্ৰগতিশীল শিল্পী সাহিত্যিক সংঘৰ সভাপতিয়েই কৰি পেলালে। কেশৱ মহন্তৰ ৰাজনৈতিক আৰু সামাজিক বিশ্বাসৰ লগত যে তেওঁৰ সাহিত্যকৃতি আৰু সংগীতৰ সাহিত্যকৰ্ম সদায়েই জড়িত তাকেই ক'ব খুজিছিলোঁ ইমান পৰে। তথাপি কেশৱ কমিউনিষ্ট পাৰ্টিৰ শ্ৰুতলিপি লেখক নহয়। তেওঁ নিজে বাচি লোৱা আদৰ্শত আস্থা আৰু গীতি কবিতাৰ নান্দনিক মূল্যমান তুলাচনীত জুখিলেও ফিফটি ফিফটিয়েই হ'ব। এই দুয়োটাৰে সমন্বয়ৰ কাৰণেই তেওঁৰ কবিতা আৰু গীতে অসমৰ ইমূৰ সিমূৰ চুই আছে। আৰু এই কথাটো অনস্বীকাৰ্য যে কবিতাতকৈ গীতৰ আবেদন সহজ আৰু ব্যাপক।

কেশৱ-খগেন যুটীৰ সকলো গান শুনোতাৰ পৰিচিত আৰু আধুনিক অসমীয়া গীতৰ ক্ষেত্ৰত এটি মূল্যবান সংযোগ। সেইটো সম্ভৱ হ'ল কেশৱ-নিকুঞ্জৰ বিয়াৰ ফলত। কেশৱ-পত্নী নিকুঞ্জ গজলা সত্ৰৰ জীয়ৰী, খগেন মহন্তৰ বাইদেৱেক।

বৰগীতৰ পৰম্পৰাত আচাৰৰ (নে এচাৰ) দৰে সিজি থকা পৰিয়াল। কেশৱেও খোল বজোৱা শুনিছোঁ বৰগীতৰ লগত। তাৰ পিচত বৈবাহিক সূত্ৰেই গোট খালে অৰ্চনা - আগৰ অৰ্চনা দাস। এতিয়া খগেন - অৰ্চনাৰ এটা বিশেষ দ্বৈত সংগীতৰ যুটী - বিশেষকৈ লোক সংগীতৰ ক্ষেত্ৰত। পূৰ্বৰ আই পি টি এৰ দিনৰ পৰাই সংযোগ থকা ৰমেন বৰুৱা কাষ চাপিল কেশৱ দুহিতা কাকলিৰ (বনজ্যোৎস্না) মাধ্যমেৰে। ইও বৈবাহিক। মুঠতে সোণত সুৱগা, তাৰ পিচত সোণ পাতেৰে বন্ধোৱা বাখৰ। এওঁলোকৰ অৱিহণাই অসমৰ নাগৰিক আৰু গ্ৰামীন বিভিন্ন সুৰ-সম্পদ বিয়পাই দিছে অসমত। কিন্তু কেশৱৰ গানৰ বিতৰণ ব্যৱস্থা এনেদৰে পৰিয়াল কেন্দ্ৰিক হৈ থকা হ'লে আবেদনো সীমিত হৈ থকাৰ ভয় আছিল। কিন্তু ৰুদ্ৰ বৰুৱাৰ পৰা আৰম্ভ কৰি জ্যোতিপ্ৰকাশ দাস, চাৰু গোহাঁই আদিয়েও সুৰাৰোপ কৰি কেশৱৰ আবেদন বঢ়াই তুলিছে। তেওঁৰ বিখ্যাত গীত 'কাউৰী পৰে' সম্ভবতঃ ৰুদ্ৰ বৰুৱাই সুৰত বান্ধিছিল।

ৰমেনৰ কথা ক'বলগীয়া হৈছে বিশেষ কাৰণত। কবিতা মানে লিৰিক সচৰাচৰ ব্যক্তিগত অনুভূতিৰ প্ৰকাশ। কোৰাচ বা সমবেত সংগীতৰ চৰিত্ৰ সুকীয়া। অকল 'আমি' শব্দটো থাকিলেই বহু বচন বা কোৰাচ হৈ নাযায়। যুথ ভাৱনাক এজনৰ আৰু এজনৰ ভাৱনাক যুথ ভাবনালৈ ৰূপান্তৰ কৰিলেহে সাৰ্থক কোৰাচৰ সৃষ্টি হয়। বেদমন্ত্ৰবিলাক জনামতে বিভিন্ন ঋষিৰ ব্যক্তিগত ৰচনা, কিন্তু আনুষ্ঠানিক আবৃত্তিত সি সামূহিক। কেশৱৰ জীৱনাদৰ্শ কোৰচ অধমুখী। আনহাতে আকৌ ৰমেন বৰুৱাই ক্লাচ এইট নে নাইনত থাকোতেই গণ নাট্য সংঘৰ সন্মিলনত কোৰাচ লিড কৰিছিল। গতিকেই কেশৱৰ কোৰাচ গীত আৰু ৰমেনৰ সুৰ সংযোগত যেন কোৰাচৰ প্ৰকৃত চৰিত্ৰ ফুটি উঠিছে।

এইবোৰ হ'ল গান নজনা এজনৰ খৰামূৰা জ্ঞানৰ বুৰ্বৰণি। কেশৱৰ গান মানুহৰ গান। মানুহৰ দুখ বেদনা হৰ্ষ আনন্দৰ গান। তেওঁৰ সেই ক্লাচিক (ক্লাচিকেল নহয়) গানটো 'কলৰে পাততে কাউৰী পৰে'। তাত 'মেঘদুত'ৰ যক্ষৰ বিৰহ, ৰবীন্দ্ৰ নাথৰ 'ডাকঘৰ'ৰ ডাক হৰকৰা আৰু সুকান্তৰ ৰাণাৰেই একেলগে সাঙোৰ খাই থকা নাই, তাত আছে অসমৰ লোক জীৱন - আধুনিক আৰু পৰম্পৰাগত লোকজীৱন যি জীৱন ইংৰাজ শাসনৰ পিচত গঢ় লৈ উঠিছে। শ্বেৰ ছাহৰ ডাক ব্যৱস্থা আৰু আধুনিক ডাক পিয়ন দুটা সম্পূৰ্ণ পৃথক বস্তু। আকৌ বিৰহী যক্ষৰ প্ৰিয়া-ভাবনাই কেশৱৰ গানত সন্তান চিন্তাৰ ৰূপো পৰিগ্ৰহণ কৰিছে। অকল সেউতীয়েই নহয়, পোনাটিৰ মংগলৰ বাবে আধুনিক যুগৰ উৎকণ্ঠাৰে গীতটি শেষ হৈছে। প্ৰিয়াই নহয়, উত্তৰ পুৰুষো সেই পৰিধিৰ ভিতৰত। তাৰ উপৰিও আছে আধুনিক যুগচেতনাৰ,

সংশয়ৰ দ্যোতনা। তদুপৰি গানটো মুখলৈ বা ধ্ৰুৱপদলৈ ঘুৰি অহা নাই। কবিতাৰ শেষেই গানৰ শেষ। বুদ্ধদেৱে কৈছিল অল্পবুদ্ধি তিৰোতা সকলে চাউল এটা তিপি চায়েই ভাত সিজিল নে নাই বুজিব পাৰে। মই তেনে অল্প বুদ্ধিৰেই এটা গানেৰে উদাহৰণ দিলোঁ।

মোৰ ধাৰণা কেশৱৰ প্ৰতিটো গানতেই নিজ অভিজ্ঞতা, অনুভূত জীৱনৰ উপলব্ধি একোটা লিৰিকেল সাৰল্যৰ মাজেৰে জিলিকি উঠে নৈৰ বালিৰ বালিচন্দাৰ দৰে।

# আধুনিক অসমীয়া গীতি-সাহিত্য

**কেশৱ মহন্ত**

আধুনিক বুলিলে আমি আমাৰ কাব্য-সাধনাৰ এটা শতিকালৈ উভতি চাই বিষয়টো জুকিয়াই লবলৈ চেষ্টা কৰিব পাৰোঁ, কিন্তু সংশ্লিষ্ট শতিকাটোত অসমীয়া শব্দটোৱে যি অৰ্থ বহন কৰিছিল, সম্প্ৰতিকালত তাৰ ৰূপৰ সলনি ঘটিছে। সেই শতিকাত আৰু এই শতিকাৰো সিদিনালৈকে অসমীয়া সাহিত্য বুলিলে অসমীয়া ভাষাত ৰচিত সাহিত্যকে বুজাই আহিছে; কিন্তু এতিয়া আৰ্যমূলীয় অসমীয়া ভাষাটো আৰ্যপূৰ্ব অসমৰ যিবোৰ খিলঞ্জীয়া ভাষাৰ স্বাভাৱিক সংমিশ্ৰণ আৰু সমন্বয়ত গঢ় লৈ উঠিছিল, সেই জনজাতীয় বুলি কথিত ভাষাভাষীসকলৰ ভাষাও অসমীয়াৰ আঁকোৱালত পৰিছে। তেওঁলোক সকলো অসমীয়া, কিন্তু নিৰ্দিষ্ট একোটা ভাষাভাষী অসমীয়া। এই দৃষ্টি-কোণৰ পৰা বিষয়টোৰ বিচাৰ নকৰিলে আলোচনা আধা-ডুখৰীয়া হ'ব, আমি তাৰ সৰ্বাত্মক ৰূপটোৰ তেজ আৰু আৱয়বিক মোহনীয়তাৰ পৰা বঞ্চিত হ'ম। অৱশ্য বিষয়টোৰ অন্য এটা দিশো অনুধাৱন কৰা উচিত। অসমীয়া ভাষাটো যিবোৰ থলুৱা মঙ্গোলীয় ভাষা গোষ্ঠীৰ শব্দ, প্ৰকাশভঙ্গী, বাক্য-গাঁথনি, ক্ৰিয়া-বিভক্তি, আদিৰ প্ৰয়োগ আহৰণ কৰি এটা সুকীয়া গঢ় লৈ উঠিছিল, সি কিন্তু এটা স্বাভাৱিক প্ৰক্ৰিয়া আছিল। নহ'লে বিভিন্ন ভাষিক গোষ্ঠীৰ মানুহে কোনো বাধ্য-বাধকতা নোহোৱাকৈ অসমীয়া ভাষাটো দুই এক ক্ষেত্ৰত গ্ৰহণ কৰি আৰু সাধাৰণভাৱে যোগাযোগৰ মাধ্যম ৰূপে আদৰি নল'লেহেঁতেন। এই প্ৰক্ৰিয়া অব্যাহত থকাহেঁতেন অসমীয়া ভাষাটোৰ ৰূপ আৰু গঢ় নিশ্চয় আৰু পৃথক, আৰু পুৰঠ, আৰু সতেজ হৈ উঠিলহেঁতেন। তথাপি, ওপৰৰ ঘটনাটোৱে ইয়াকো প্ৰমাণ কৰে যে অসমীয়া ভাষা আৰু অন্যান্য জনগোষ্ঠীয় ভাষাৰ মাজত কোনো খৰিয়াল নাই, ইয়াত এটা আদৰ-সাদৰৰ ভাৱহে আছে। কিন্তু এই প্ৰক্ৰিয়া অব্যাহত গতিত নচলিল, প্ৰতিটো অসমীয়া-ভিন্ন থলুৱা ভাষাই স্বকীয় বিকাশ লাভ কৰিব নোৱাৰিলে, উভয়ৰে সমিল-মিল নহ'ল। তাৰ কাৰণে দায়ী আমাৰ সংস্কৃতি নহয়, দায়ী হ'ল আমাৰ আৰ্থ-সামাজিক স্তৰ, ৰাজনৈতিক কৌশল আৰু বৃহৎ ভাষা-দম্ভ। আমি আমাৰ আলোচনাত সাংস্কৃতিক অসমখনৰ কথাহে ভাবিছোঁ, ৰাজনৈতিক অসমৰ নহয়।

সমাজ বিকাশৰ প্ৰত্যেকটো পৰৱৰ্তী ধাৰা যেনেকৈ ইয়াৰ অব্যবহিত পূৰ্ববৰ্তী ধাৰাটোৰ ওপৰত নিৰ্ভৰশীল, সাংস্কৃতি বিকাশৰ ধাৰাটোও তদনুৰূপ। একোটা ভাষা

আৰু সেই ভাষাত সৃষ্টি হোৱা সাহিত্যকৃতিসমূহ এক নিৰ্দ্দিষ্ট সংস্কৃতিৰ গুণ আৰু ৰূপৰ বাহক। ভাষা একোটাৰ প্ৰতিভা বা কালিকাৰ পৰিচয় ইয়াৰ সংস্কৃতিতেই নিহিত থাকে। সেই ফালৰ পৰা অসমীয়া আধুনিক সাহিত্য তথা কাব্য-ৰচনাৰ উৎপত্তি-স্থল ইয়াৰ লোক-সংস্কৃতি তথা লোক-কথা। আধুনিক অসমীয়া কাব্যও ইয়াৰ লোকগীতৰ সন্তান-সন্ততি। এই ক্ষেত্ৰত "লোকগীতেই সকলো কবিতাৰ জননী" বুলি কোৱা মহাকবি গ্যেটেৰ কথাষাৰ মৰ্মগ্ৰাহী। আৰু অসমীয়া ভাষাটো বিভিন্ন জনগোষ্ঠীৰ ভাষিক দানেৰে পুষ্ট হোৱাৰ দৰে, অসমীয়া আধুনিক গীতি-সাহিত্যতো অসমীয়া লোক-গীতৰ উপৰিও জনজাতীয় লোক-গীতৰ প্ৰচ্ছন্নভাৱে হ'লেও দান উপেক্ষণীয় নহয়। অসমীয়া বিহুগীতত মিছিং লোক গীতৰ কেৱল সুৰেই নহয় শব্দও সোমাইছে। ভূটানৰ লগত সীমা মূৰলীয়া সম্পৰ্কই অসমীয়া জগততো সম্পৰ্ক স্থাপন কৰিছে। তাৰ কাঁহ ঘন্টা, তালৰ শব্দ আৰু সুৰৰ প্ৰতিধ্বনি অসমৰ সুৰত বিদ্যমান। দূৰদৰ্শনত এবাৰ ভূটানৰ উৎসৱ এটাৰ গীতৰ টান শুনি আমাৰ ভাওনাৰ গায়নে টনা ৰাগৰ লগত অবিকল সাদৃশ্য পাই বিস্ময়াভিভূত হৈ পৰিছিলোঁ। সৌ সিদিনা মাথোন ভাৰতত চলি থকা চীন-উৎসৱৰ এটা অনুষ্ঠানত নৃত্যানুসাৰী গীতৰ সুৰ এটা চক খাই উঠিছিলোঁ, সেইটো দেখোন আমাৰ "বিলপতি মথিলী মাই" বৰগীতটোৰ সুৰ। ধাৰণা হয়, একেটা ৰাগৰ ভিত্তিতে ৰচিত বৰগীতৰ গায়কীত দেখা দিয়া পাৰ্থক্যবোৰ লোকগীতৰ আঞ্চলিক বৈশিষ্ট্যৰে প্ৰভাৱান্বিত। উজনি অসমৰ গীত মাতত স্থানীয় মঙ্গোলীয় লোক সুৰৰ বৈশিষ্ট সততে অনুভূত হয়। তেনেকৈ কামৰূপৰ পৰৱৰ্তী গীত মাতত স্থানীয় লোকগীতৰ সুৰৰ অনুপ্ৰৱেশ হৈছে যেন লাগে।

যি হওক, অসমীয়া আধুনিক গীতৰ উৎপত্তি কালৰ সন্ধান কৰিলে আমি ঐতিহাসিক কাৰণতেই অসমীয়া ভাষাত ৰচিত গীতৰ আধুনিক- কালত প্ৰৱেশৰ কথাটোকে আলোচনা কৰিব লাগিব। উনবিংশ শতিকাৰ শেষাৰ্দ্ধই আছিল এই সময়ছোৱা। 'অৰুণোদই'ৰ যুগটোৱেই অসমীয়া সাহিত্যৰ আধুনিকতাৰ বাট কাটিছিল। ১৮৭৫ চনত ৰমাকান্ত চৌধুৰীয়ে 'অভিমন্যু বধ' ৰচনা কৰিছিল, অমিত্ৰাক্ষৰ ছন্দত। ই আছিল বঙ্গৰ মাইকেল মধুসূদন দত্তৰ ৰচনাৰ অনুসৰণ। ইয়াৰ পিছত ভোলানাথ দাস আৰু হিতেশ্বৰ বৰবৰুৱাই সেই পথ অনুসৰণ কৰে। ক্ৰমে বলদেৱ নহন্ত, কমলাকান্ত ভট্টাচাৰ্য্য সকলোও অসমীয়া আধুনিক কাব্য সাধনাত মনোনিবেশ কৰে। কিন্তু "অৰুণোদই' এই আধুনিক কাব্য-সাধনা আচলতে শলিতা জ্বলোৱাৰ আগৰ শলিতা পকোৱা কামহে আছিল। অসমীয়া সাহিত্যত প্ৰকৃত্যাৰ্থত আধুনিক যুগটো আৰম্ভ হৈছিল 'জোনাকী' যুগটোৱে প্ৰৱৰ্তন কৰা ৰমন্যাসিক যুগটোতহে। কিন্তু এই যুগৰ ৰচনাৰ জিউ, বিশেষকৈ সৃজনশীল কৃতিসমূহ অসমৰ মাটি ফুটি ওলোৱা নাছিল। সেই কাৰণেই নে,

কি, অসমীয়া কাব্য-সাধনাত, বিশেষকৈ গীত ৰচনাত অম্বিকাগিৰী-জ্যোতিপ্ৰসাদ আদিৰ আবিৰ্ভাৱ নোহোৱালৈকে অসমৰ সাংস্কৃতিক চৰিত্ৰটো সম্পূৰ্ণকৈ ফুটি উঠা নাছিল। অৱশ্যে ধাৰ কৰা পোহৰেৰে হ'লেও অসমীয়া আধুনিক কাব্যত জোনাক পৰিছিল। এই ক্ষেত্ৰত অসমতকৈ ভালে কাল আগতে ৰমন্যাসিক জ্যোতিত অৱগাহন কৰা তৎকালীন বঙ্গীয় সাহিত্য কৃতিয়েও ইংৰাজী সাহিত্য কৃতিৰ লগতে অসমীয়া সাহিত্যত প্ৰভাৱ পেলাইছিল। ইয়াত আশ্চৰ্য্যৰ বা অস্বাভাৱিকতাৰ একোৱেই নাই। তাতে অসমীয়া কাব্য-সাধনাৰো ৰঙ্গভূমি আছিল কলিকতা। স্বভাৱতেই ইংৰাজী ৰমন্যাসিক যুগৰ কলাত্মক লক্ষণবোৰে অসমীয়া ৰচনা ৰাজিতো ভুমুকি মাৰিছিল। আমাৰ আধুনিক ৰচনাতো প্ৰকৃতি প্ৰীতি, সৌন্দৰ্য্যৰ বিস্ময়, অলৌকিকতা, প্ৰাত্যহিক সাধাৰণ ঘটনাত অসাধাৰণত্ব আৰোপ, উৰণীয়া কল্পনা, সমাজৰ অন্যায়-অবিচাৰ ভেদ কৰি পৃথিৱীত আদৰ্শৰ কল্পলোক স্থাপন, আদি লক্ষণবোৰ ফুটি উঠিছিল। কিন্তু এই যুগৰ আটাইতকৈ উল্লেযোগ্য লক্ষণটো হ'ল জীৱন-চৰ্য্যাৰ কৰ্মকেন্দ্ৰত মানুহক স্থাপন কৰাটো। কুকুৰ-গাধ চন্ডাল আদিৰো আত্মাত 'ৰাম' আছে কাৰণেহে সকলোকে (মানুহকে!) পৰি প্ৰণাম কৰিব লগা জীৱন -বিচ্ছিন্ন পাৰলৌকিক যুক্তি(!) ৰ ঠাইত দেখা দিলে।

মানুহেই দেৱ, মানুহেই সেৱ, মানুহ বিনে নাই কেৱ
কৰা কৰা পূজা পাদ্য-অৰ্ঘ্য লই জয় জয় মানৱ দেৱ"

বোলা মানুহৰ জয় গানে শ্বেলিৰ দৰে চন্দ্ৰকুমাৰেও অসাম্য অন্যায় অবিচাৰ গ্ৰস্ত 'কুটিল সংসাৰৰ পথ' ইয়াৰ 'চাপৰ - ওখ' মষিমূৰ কৰিবলৈ আহ্বান জনালে, 'হিমালয় চূড়া বুৰালোঁহেঁতেন উছালি কলীয়া পানী।" এই যুগৰ সৃজনশীল আধুনিক সাহিত্যৰ আন দুগৰাকী পুৰোধা হ'ল লক্ষ্মীনাথ বেজবৰুৱা আৰু হেমচন্দ্ৰ গোস্বামী। আধুনিক গীতি - সাহিত্যৰ আলোচনাত ইসকল আৰু তৎপৰবৰ্তী কালৰ অনেকজনৰ নাম প্ৰাসঙ্গিক এই কাৰণেই যে ইসকল মূলতঃ গীতি কবি। চন্দ্ৰকুমাৰৰ ভালেমান কবিতা গাবও পাৰি। লক্ষ্মীনাথে তো ভালে কেইটা তাল-মান নিবন্ধ গীতৰ উপৰিও আমাক এটি জাতীয় সঙ্গীতেই দি গল 'অ' মোৰ আপোনাৰ দেশ।' জোনাকী যুগৰ পিছত উষা - বাঁহী যুগৰ গীতি কবি যতীন্দ্ৰ নাথ দুৱৰাৰ হাতত ৰমন্যাসিক কাব্য-সাধনাই যেন পূৰ্ণতা লাভ কৰিলে। তেওঁ কবি, কিন্তু সৰ্বাত্মক ভাৱে আত্মধ্যানী হোৱাৰ কাৰণে তেওঁৰ কবিতা মূলতঃ গীতো। তথাপি, গীতৰ প্ৰণ হ'ল সুৰ। উল্লিখিত কবিতাবোৰ গীতি-ধৰ্মী আৰু আধুনিক গীতৰ নচবোৱা পথাৰহে। আমি সুৰেৰে সজাই গোৱা কথাবোৰকহে যিহেতু গীতো বোলোঁ, সেয়ে স্বৰূপাৰ্থত কোনবোৰ নো অসমীয়া আধুনিক গীত আৰু ই অসমৰ মাটিতনো কেতিয়া পোখা মেলিলে সেইবিষয়তে

আলোচনাটো সীমিত কৰা উচিত। নকলেও হয়, এই আলোচনা লেখকৰ 'পখা অনুসাৰে', যথাসাধ্য।

অসমীয়া আধুনিক গীতৰ সাধনা আচল অৰ্থত আৰম্ভ কৰে সঙ্গীতাচাৰ্য লক্ষ্মীৰাম বৰুৱাই, তেখেতৰ লক্ষ্য আৰু সাধনাৰ আত্মীয়তা, তেখেতৰ জীৱন আৰু কৰ্মৰ অভিন্নতাৰ ইতিহাস বিস্ময় কৰভাৱে একক। এই ক্ষেত্ৰত তেখেতৰ এগৰাকী ঐতিহাসিক 'এপিক' পুৰুষ বুলিব পাৰি।

লক্ষ্মীৰাম বৰুৱাই প্ৰধানতঃ মাৰ্গ সংগীতৰ অনুশীলন কৰিছিল তেখেতৰ কালছোৱাত শিক্ষিত লোকসকলে অসমীয়া ভাষাটো যে আধুনিক গীত ৰচনাৰ উপযোগী সেই কথাষাৰ সমূলি বিশ্বাস নকৰিছিল। বিপৰীতপক্ষে, তেখেতক বঙলা ভাষাৰ কথাত সুৰ দি গীত গাবলৈ উপদেশ দিয়া হৈছিল। লক্ষ্মীৰামৰ দেশাত্মবোধত ই এক দুঃসহ আঘাত দিছিল আৰু অসমৰ সেই কালৰ কবিতা ৰচক সকলক তেখেতলৈ গীত লিখি পঠাবলৈ পতি পতিকৈ খাটনি ধৰিছিল। ফলত তেখেতে ভালেমান গীত পাইছিল আৰু তাত সুৰ সংযোজন কৰিছিল। তেখেতৰ বহু বছৰ জোৰা সাধনাৰ ফল 'সঙ্গীত-কোষ' ত ইয়াৰ স্বাক্ষৰ আছে। 'সঙ্গীত সাধনা' লক্ষ্মীৰাম বৰুৱাৰ অন্য এক সঙ্গীতৰ গ্ৰন্থ। পদ্মধৰৰ অন্য দুখন গীতৰ পুথি হ'ল 'স্বৰাজ সংগীত' আৰু 'নীতি লহৰী' । তেখেতৰ গীতে এফালে দেশাত্মবোধ জগাই তুলিছিল আৰু আনফালে প্ৰচলিত বঙলা গীতৰ ঠাইত অসমীয়া গীতৰ জনপ্ৰীয়তা বঢ়াইছিল। সুমধুৰ কণ্ঠৰ অধিকাৰী প্ৰফুল্ল চন্দ্ৰ বৰুৱাই 'ফুলনি'ৰ কেইবাটাও গীতৰ বাণীবন্ধন কৰিছিল। অসমীয়া শ্ৰোতাই শুনা প্ৰথম বাণীবদ্ধ গীতৰ গায়ক প্ৰফুল্ল বৰুৱা, সঙ্গীত ওজা লক্ষ্মীৰামৰ যোগ্যতম পুত্ৰ।

এই সময়ৰে দুগৰাকী কবিয়ত্ৰী ধৰ্মেশ্বৰী দেৱী বৰুৱানী আৰু নলিনীবালা দেৱীৰ নাম ল'ব লাগিব। বিশেষকৈ নলিনীবালা দেৱীৰ গীত আজিও গোৱা হয়। দেশাত্মবোধক কবিতাৰ লগতে গীত ৰচক সকলৰ ভিতৰত কমলাকান্ত ভট্টাচাৰ্য, লক্ষ্মীনাথ বেজবৰুৱা, পদ্মধৰ চলিহাৰ উপৰিও যি সকলৰ নাম সততে মনলৈ আহে সিসকল হ'ল, নবীন চন্দ্ৰ বৰদলৈ, অম্বিকাগিৰী ৰায়চৌধুৰী, ইন্দ্ৰেশ্বৰ বৰঠাকুৰ, মিত্ৰদেৱ মহন্ত, কমলানন্দ ভট্টাচাৰ্য প্ৰসন্নলাল চৌধুৰী, উমেশ চন্দ্ৰ চৌধুৰী, বিনন্দ চন্দ্ৰ বৰুৱা, অতুল হাজৰিকা, পাৰ্বতি প্ৰসাদ বৰুৱা আদি।

অসমীয়া আধুনিক সঙ্গীতৰ অক্লান্ত বাটকটীয়া হিচাপে সঙ্গীত আচাৰ্য লক্ষ্মীৰাম বৰুৱাৰ নাম অবিস্মৰণীয় হৈ থাকিব। কিন্তু সেই সময়ৰ অপৰিহাৰ্য পৰিস্থিতিত লক্ষ্মীৰামে যি খিনি আমাক দি থৈ গ'ল, সি আচলতে অসমীয়া সংস্কৃতিৰ স্বৰূপ ফুটাই তোলাৰ বীজ হে সিঁচিলে। আচল গছজোপা গজি উঠিল তেওঁৰ পৰবৰ্তী

সাধকসকলৰ আপডালত।

অসমৰ আত্মিক সংস্কৃতিৰ মাৰ্গীয় আৰু লোক- এই দুই ধাৰাৰ অফুৰন্ত সম্পদ ইমান দিনে অগোচৰত পৰি আছিল। সেই সম্পদ আছিল.লোক-গীতৰ, লৌকিক গীতৰ আৰু পাৰলৌকিক গীতৰ। নামহীন স্ৰষ্টাৰ লোকগীতবোৰ অসমৰ উজনিয়ে নামনিয়ে মানুহৰ মুখে মুখে আছিল। শংকৰ-মাধৱ-গোপালসকলৰ ভক্তি-গীতবোৰ বিশেষকৈ বৈষ্ণৱসকলৰ আপোন জীৱনৰ গীতৰ দৰে হৈ আছিল। আৰু, পীতাম্বৰ, মনকৰ, নাৰায়ণৰ লৌকিক গীতবোৰে, ওজাপালিবোৰে শ্ৰোতাৰ হৃদয়ত সহৃদয়তা স্থাপন কৰিছিল। এই ঐশ্বৰ্য্যৰাশি যে সঙ্গীতাচাৰ্য জনাৰ দৃষ্টিত পৰা নাছিল, তেনে কথা কল্পনা কৰা টান। কিন্তু তেওঁৰ সঙ্গীত-সাধনাৰ যিটো স্বতন্ত্ৰ পথ আছিল, তাৰ ঐকান্তিকতাই, একাগ্ৰতাই, একমুখিতাই তেওঁৰ সমগ্ৰ দৃষ্টি আৰু ধ্যান নিবদ্ধ কৰি ৰাখিছিল। লক্ষ্মীৰামে অসমীয়া ভাষাৰ গীতত সুৰাৰোপ কৰিলেও, সি আছিল হিন্দুস্থানী সঙ্গীতৰ বৈজ্ঞানিক সুৰ-চৰ্চাৰ অৱলম্বন।

সঙ্গীতাচাৰ্যৰ আত্মজোপম যি গৰাকী ক্ষণজন্মা প্ৰতিভাৰ দৃষ্টি অসমৰ সাংস্কৃতিক সমুদ্ৰৰ গভীৰ তলি পৰ্যন্ত ভেদি গৈছিল, তেওঁ আছিল জ্যোতিপ্ৰসাদ আগৰৱালা। সঙ্গীতাছাৰ্যৰ কথা উল্লেখ কৰি জ্যোতিপ্ৰসাদে লিখিছে "তেখেতৰ যহতে সেই সময়ত বৈজ্ঞানিকভাৱে সঙ্গীত-চৰ্চাৰ যদিও অসমত প্ৰচলন হৈছিল, তথাপিও অসমীয়া সঙ্গীতক নতুন যুগৰ বৰ-সবাহলৈ অনাৰ চেষ্টা বিশেষ নাছিল।...........অসমীয়া শিক্ষিতসকলে অসমীয়া সংস্কৃতিক গ্ৰাম্য বুলি গণ্য কৰি তাক নতুন যুগৰ পশ্চিমৰ পৰা বঙলাৰ যোগেদি অহা সাংস্কৃতিক সম্পদৰ শাৰীত ঠাই পাবৰ উপযুক্ত নহয় বুলিয়েই ভাবিছিল।" আৰু, "এনে সময়তে আমি আমাৰ ল'ৰা কালত অসমীয়া গানৰ বিষয়ে অনুপ্ৰেৰণা পাইছিলোঁ অসমীয়া গীতি কবি শ্ৰীযুত পদ্মধৰ চলিহা দেৱৰ পৰা।............. সেই সময়ত বঙালী গানৰ প্ৰাদুৰ্ভাৱৰ দিনত তেখেতৰ গানে অসমীয়া গানলৈ নতুন ডেকাসকলৰ মন আকৰ্ষণ কৰিলে।'

জ্যোতিপ্ৰসাদে অসমীয়া আধুনিক গীতৰ পাৰ ভাঙি অসম ভেদি বোৱাই দিলে। তেওঁ নিজেই কৈছে, "শোণিত কুঁৱৰীৰ যোগেদি ওলোৱা গীত আৰু অসমীয়া সুৰে অসমীয়া সঙ্গীত জগতলৈ এটা নতুন যুগ লৈ আহিল।............. এই সময়ৰ পৰাই অসমীয়া উচ্চ সঙ্গীত গাঁৱৰ পৰা, সত্ৰৰ পৰা ওলাই আহি চহৰীয়া শিক্ষিতৰ ড্ৰইংৰূমত, থিয়েটাৰত, সভা-সমিতিত নিজৰ উপযুক্ত আসনত প্ৰতিষ্ঠিত হয়।" শোণিত-কুঁৱৰীৰ নাটকেই স্বৰূপাৰ্থত প্ৰথম অসমীয়া আধুনিক গীতৰ জন্মদাত্ৰী। এই গীত ৰচনা সময়ত, পৰিবেশনৰ সময়ত জ্যোতিপ্ৰসাদে কেনেকুৱা বাধা অতিক্ৰম কৰিব লগীয়া হৈছিল, সেই জন্ম-বেদনাৰ ইতিহাস অসমীয়া চৰ্চাকাৰী আৰু ৰসিকসকলে জানে কাৰণে

নোদোহাৰিলোঁ। কিন্তু শোণিত কুঁৱৰী বা ইয়াত সংযোজিত গীত-সুৰ ৰচনা জানো কোনো আকস্মিক ঘটনা ? নিশ্চয় নহয়।

জ্যোতিপ্ৰসাদে লিখিছে, "হিন্দুস্থানী আৰু বঙলা সঙ্গীতেই অসমত ৰাজত্ব কৰিছিল। মুঠৰ ওপৰত কবলৈ গ'লে, অসমীয়া চহৰীয়া শিক্ষিত সমাজৰ মানত অসমীয়া বৰগীত, বনগীত, বিহুগীত ইত্যাদি অসমীয়া সঙ্গীতৰ একেবাৰেই আদৰ নোহোৱাত পৰিছিল-- মাথোন অসমীয়া সঙ্গীতে, অসমীয়া নাট্য সাহিত্যই অসমৰ সত্ৰই সত্ৰই অসমৰ গাঁৱে গাঁৱেহে নিজ ৰূপত প্ৰকাশিত হৈ আছিল।" আৰু এদিন পিতাকৰ কণ্ঠত কীৰ্তনৰ 'কৃষ্ণৰ বিক্ৰম' পদ আৰু লোক গীতৰ 'অ' আইটি বেঙুন বৰা' শুনি জ্যোতিপ্ৰসাদ আত্মহাৰা হৈ উঠিছিল। তাৰ পিছতেই আমি তেওঁৰ বিয়া নামৰ সুৰৰ আধাৰত ৰচনা কৰা প্ৰথম গীতটি "গছে গছে পাতি দিলে ফুলৰে শৰাই" উপহাৰ পালোঁ। এইখন শৰাই যেন অসমীয়া আধুনিক গীতক আদৰাৰ শৰাইহে।

কিন্তু কথা হ'ল এই গীতবোৰে জ্যোতিৰ হৃদয়ৰ তোলপাৰ লগালে কিয়? অসমৰ গাঁৱে ভূঞে এনে গীতটো বহুতেই শুনিছিল?

প্ৰথম আৰু প্ৰধান কথাই হ'ল, গভীৰ দেশাত্মবোধক। তেওঁৰ দিনৰ জাতীয় মুক্তি আন্দোলনে স্বদেশক ভাল পাবলৈ শিকাইছিল। তেওঁ নিজেই স্বাধীনতাৰ আন্দোলনত নেতৃস্থানীয় ভূমিকা লৈ আক্ষৰিক অৰ্থতে জন সমুদ্ৰত বুৰ মাৰিছিল। তেওঁলোকৰ ঘৰখনত স্বাধীনতা সংগ্ৰামীৰ সমাগম, পিতৃ পৰমানন্দ আগৰৱালাৰ স্বাধীনতা সংগ্ৰামত যোগ দান আদিয়ে দেশক ভাল-পোৱাৰ আবেগ প্ৰগাঢ় কৰি তুলিছিল। স্বদেশ -প্ৰেমৰ এই ৰাজনৈতিক দিশটোৱে জ্যোতিক অসমৰ জনসাধাৰণৰ হৃদয-বৃত্তিৰো নিচেই কাষ চপাই নিছিল, গতিকে ৰাজ নীতিৰ দুৱাৰেদি তেওঁ সাংস্কৃতিক বৰঘৰটোত সোমাই গৈছিল। গতিকে তেওঁৰ সৃষ্টিসমূহ জাতীয় -সাহিত্যৰ আকোঁৱালত পৰিছিল। আচলতে, ৰাজনৈতিক জ্ঞান আৰু দৃষ্টি অবিহনে জাতীয় সাহিত্যৰ সৃষ্টি অসম্ভৱ। এই কথাৰ সত্যতা বিশ্বৰ সকলো মহৎ সাহিত্যিকৰ অমৰ কৃতি সমূহত স্পষ্টৰূপত দেখা পাওঁ। দ্বিতীয়তে, এই সামাজিক পৰিৱেশৰ আধাৰত জ্যোতিৰ পিতৃ মাতৃৰ অৰিহণা অপৰিমেয়। তেওঁৰ পিতৃ পৰমানন্দ আগৰৱালা স্বাধীনতা সংগ্ৰামৰ যোদ্ধা হোৱাৰ উপৰিও আছিল এগৰাকী সঙ্গীতজ্ঞ। তেখেত সঙ্গীতাচাৰ্য লক্ষ্মীৰাম বৰুৱাৰ সহযোগী আছিল। মাতৃ কিৰণময়ী দেৱী আছিল লোকগীতৰ সুৰৰ ভঁড়াল আৰু স্বামী বিবেকানন্দৰ ৰচনাসমূহৰ আগ্ৰহী পাঠিকা। এই সকলো মিলি জ্যোতিৰ মন আৰু হৃদয় অসমৰ মাটি আৰু মানুহৰ মাজ প্ৰোথিত কৰি ৰাখিছিল। জ্যোতিৰ দেশাত্মবোধ ইমানেই অকৃত্ৰিম আৰু প্ৰেৰণাদায়ী আছিল যে বিলাতৰ পৰাও তেওঁ তেজপুৰলৈ পঠাই দিছিল, 'কোন ক'ত আহিছা আইক পূজিবলৈ,

আইৰ পূজাৰ বেলি হ'ল' জাতীয় গীত। জ্যোতিপ্ৰসাদৰ কাৰণে "ৰূপহ কোঁৱৰৰ চুমা পৰশত" ৰ দৰে আলফুল প্ৰেমৰ গীত যেনে তেওঁৰ আপোন গীত, "বিশ্ব বিজয়ী ন জোৱানো" তেনে আপোন। তেওঁ বিশ্বাস কৰিছিল, "জানো জানো জানো অথলে নাযায় মোৰ গানো" আৰু বিশ্বাস কৰিছিল "জগাব সি বিশ্বৰ প্ৰাণো"। গাঁৱৰ জীৱনে জ্যোতিপ্ৰসাদৰ গীতৰ এটা বুজন ভাগ জুৰি আছে। আন নালাগে, নিষ্পেষিত জনজাতীয় জীৱনৰ পক্ষেও তেওঁ থিয় দিছে। খাজানা সধাত দফলাটোৰ খণ্ড তেওঁৰ কাব্যৰ বিষয়বস্তু । মুঠতে, সাধাৰণ জীৱনৰ হাঁহি-কান্দোন, দেশৰ মুক্তিৰ স্বপ্ন, মুক্তি-সংগ্ৰামলৈ উদাত্ত আহ্বান, শ্ৰেণী-বিভক্ত সমাজ জীৱনত দেখা দিয়া বৈষম্য। বঞ্চিতজনৰ প্ৰতি সংবেদনা এই সকলোবোৰেই জ্যোতি গীতৰ বিষয়বস্তু। মহামতি মাৰ্ক্সৰ মানুহৰ যি আছে তাৰ একোৱেই মোৰ অনাত্মীয় নহয় বুলি কোৱা কথাষাৰ যেন জ্যোতিপ্ৰসাদৰো মনৰ কথা।

জ্যোতিপ্ৰসাদৰ সময়ৰ আৰু তাৰ পৰৱৰ্তী কালছোৱাত অম্বিকাগিৰী ৰায়চৌধুৰীৰ উপৰিও সঙ্গীতজ্ঞ প্ৰসন্নলাল চৌধুৰী, কমলানন্দ ভট্টাচাৰ্য্য, পাৰ্বতিপ্ৰসাদ বৰুৱা, কমলা প্ৰসাদ আগৰৱালা, মোহন লাল চৌধুৰী আদিয়ে অনুপম গীত ৰচনা কৰে।

দেখা যায় অসমৰ জনদিয়েক গীতিকাৰৰ গীত আমাৰ জাতীয় সম্পদ হৈ পৰে। লক্ষ্মীনাথ বেজবৰুৱাৰ 'অ' মোৰ আপোনাৰ দেশ', অম্বিকাগিৰীৰ 'বন্দো কি ছন্দেৰে' মিত্ৰদেৱ মহন্তৰ 'চিৰ চেনেহী মোৰ ভাষাজননী' চন্দ্ৰকুমাৰ আগৰৱালাৰ 'অসমা সুষমা নিৰুপমা' আৰু 'কাৰেঙৰ পদুলিৰ বকুল ডালত পৰি বিনয় বনৰে পখী'ৰ গীতিকাৰ পুৰুষোত্তম দাসৰ শ্ৰীময়ী অসমীৰ শীতল বুকু'ত আদি থাউকতে মনত পৰা উদাহৰণ।

দৰ্প শৰ্মা আৰু কৰুণাধৰ বৰুৱাৰ গীতসমূহো অসমীয়া আধুনিক গীতৰ ভড়াললৈ অবিস্মৰণীয় দান। 'গৰখীয়া হেৰ' গৰখীয়া'ৰ, পাৰ্বতি প্ৰসাদ বৰুৱাৰ 'বজালে আহিনে বাঁহী নে বীণ'ৰ কোমল কথা আৰু আলফুল সুৰে আমাৰ চিত্ত হৰণ কৰে। তেওঁৰ 'পূজোঁ আমি আই মাতৃৰ চৰণ কমল, আৰু 'নোবোলো তোক সোণৰ অসম'ৰ আবেদন গভীৰ। তদুপৰি, তেওঁৰ 'বীণ ব'ৰাগী' 'তোৰ বীণখনি ল তুলি' গীত এতিয়াও কাণত ৰিণি ৰিণি বাজি থাকে। উমেশ চৌধাৰীৰ "বহাগী লুইতৰ বিহুৱালী সুঁতি" ৰ "জিলমিল পানীত নামি অহা সপোন সখীটি" মোৰো যেন সখী, 'ঘামিজামি আহি' 'মোৰ ঘাটতে ' নাও চপাইছেহি।

জ্যোতিপ্ৰসাদৰ অনুজোপম কলাকাৰ, জীৱন- শিল্পী বিষ্ণু প্ৰসাদ ৰাভাৰ গীতে প্ৰাণত অভূত পূৰ্ব শিহৰণ জগায়। তেওঁৰ 'সুৰৰ দেউলৰ ৰূপৰ পূজাৰী' গীতৰ

মৰ্মবাণী চিত্ত-উদ্রেককাৰী। তেওঁৰ 'বিশ্বৰে ছন্দে ছন্দে' গীতত অজ্ঞান আন্ধাৰ নাশিবলৈ জনোৱা উদাত্ত আহ্বান সহৃদয়ৰ হৃদয় উদ্বেল কৰি তোলে। দেশৰ কৃষক বনুৱাসকলৰ প্ৰাণৰ মৰ্মবাণী তেওঁৰ গীতৰ ছত্ৰে ছত্ৰে। জ্যোতিৰ গীত আৰু সুৰত অভিভূত এইগৰাকী মহান শিল্পী নিজেও এগৰাকী যুগান্তকাৰী গীতিকাৰ, সুৰকাৰ তথা গায়ক।

কীৰ্ত্তিনাথ বৰদলৈ আৰু তেখেতৰ পুত্ৰ মুক্তিনাথ বৰদলৈৰ গীত সমূহৰ অসমীয়া আধুনিক গীতত এখন স্বকীয় আসন আছে।

এই ক্ষেত্ৰত অ-চৰ্চিত বা স্বল্প-চৰ্চিত আনন্দিৰাম দাসৰ অৰিহণা বহু ফালৰ পৰাই উল্লেখযোগ্য। এওঁ এক শ্ৰেণীৰ আধুনিক গীত ৰচনা কৰি তাৰ নাম তৈছিল "বনগীত"। আনন্দিৰামে নিজেই কৈছে, "পুৰণি কিতাপ-পত্ৰত বনগীত শব্দটো নাপাব। আচলতে এই অভাজনেই এই শব্দটো গীতি সাহিত্যলৈ আনিলোঁ।" দ্বিতীয়তে, এই শতিকাৰ যোৱা তৃতিয় আৰু চতুৰ্থ দশকত আনন্দিৰাম দাসে ভালেমান গীত বাণীবদ্ধ কৰে। কোৱা হয়, এই দুই দশকত আনন্দিৰামৰ বামীবদ্ধ গীতৰ সংখ্যা সৰ্বাধিক। এই বাণীবদ্ধ গীতবোৰৰ কেইটামানত গীতিকাৰে নিজৰ কণ্ঠ দান কৰিছিল, আৰু আন ভালে কেইটা গীত গাইছিল ড° ভূপেন হাজৰিকা, চাৰু বৰদলৈ, বলোৰাম দাস, ডাঃ তাৰিণী বৰুৱা, অনুকুল নাথ, আৰতি শৰ্মা, সুদক্ষিণা শৰ্মা, গুণদা দাস প্ৰভৃতি সু গায়ক গায়িকাই। আনন্দিৰামৰ 'জীৱনে মোৰ সন্ধিয়া' 'অ' ভৈয়ামৰ ৰজা ল'ৰা', জুৰিলি বতাহৰ আগ অ' ফাগুনী', 'গোলাপী সখিৰ আজি' 'স্মৃতিৰ বুকুত থৈ যাম মোৰ', 'মোৰ ঘুমটি ভাঙেহি কাৰ' আদি গীতৰ উপৰিও সহজ আবেদন আৰু অৰ্থগৰ্ভ ব্যঞ্জনাময় এটা গীত হ'ল 'অ' বান্ধ মৰোঁ যেনে লাগে তাত' গীতটো ভূপেন হাজৰিকাৰ কণ্ঠত বাণীবদ্ধ হৈছিল। ভালপোৱা মৃত্যুৰ সমাধিস্থ অনুভূতিৰ ব্যঞ্জনা অসমীয়া গীতত নতুন। সঁচায়ে ' লুইতৰ ৰূপহী মাজুলীত দুপৰীয়া' মৰোঁ যেন লাগে।

আনন্দিৰামৰ দৰেই লোক-গীতৰ প্ৰকাশভঙ্গী আৰু সুৰৰ প্ৰেৰণাত অনুপ্ৰেৰিত আন এগৰাকী লেখক গীতিকাৰ -সুৰকাৰ -গায়ক হ'ল ৰুদ্ৰবৰুৱা। আমাৰ গাঁৱৰ পাহুৱাল ডেকাৰ মূৰত পদুমৰ চকা আঁকা গামোচাৰ আঁচল দেখি আত্মহাৰা হোৱা, তাঁতৰ ঘনাই লৰা দোপতিৰ আকৰ্ষণত পলকতে ঘূৰা তোলাঠাত নিজৰ বুকুখন মেৰিয়াই লোৱা, নগৰৰ বন্ধুক গাঁৱৰ দৈন্য চাবলৈ কাবৌ কৰা এই গৰাকী গীতিকাৰৰ গীত অসমৰ গায়ক-গায়িকা আৰু শ্ৰোতাৰ অতি আপোন। সঁচায়ে, ৰুদ্ৰ বৰুৱাক পকা ধানৰ মাজৰ সৰু সৰু আলিবোৰত সততে লগ পায়। অসমৰ গাঁৱৰ জীৱন ইমান সহজ, সুন্দৰ আৰু মনোগ্ৰাহীকৈ প্ৰতিফলিত হোৱা গীতৰ ৰচক হিচাপে ৰুদ্ৰ বৰুৱা আমাৰ অতি আপোন।

অসমৰ আধুনিক গীতৰ কথা আৰু তাৰ সুৰীয়া ৰূপায়নৰ ক্ষেত্ৰত অনবদ্য কণ্ঠৰ অধিকাৰী ড° ভূপেন হাজৰিকা আপোন মহিমাৰে সমুজ্বল। তেওঁৰ গীতৰ বিহ্বল শ্ৰোতা অসমৰ তো কথাই নাই, সমগ্ৰ ভাৰতব্যাপী। যোৱা পঞ্চাছৰ দশকত ভাৰতীয় গণনাট্য সংঘৰ মঞ্চত ড° ভূপেন হাজৰিকা আছিল এক অভিনৱ আৱিষ্কাৰ। সৰুতেই 'অগ্নি যুগৰ ফিৰিঙতি' হৈ নতুন অসম গঢ়িব খোজা ড° হাজৰিকাই গণনাট্যৰ মঞ্চত নিজকে বিচাৰি পাইছিল। তেওঁৰ সেই কালৰ গীত সমূহত দেশৰ বঞ্চিত হৃদয়ৰ মৰ্মবাণী প্ৰতিভাত হৈ উঠিছিল। ভূপেন হাজৰিকাৰ ভালে কেইটা অনুপম গীতৰ ভিতৰত 'জিলিকাব লুইতৰে পাৰ' গীত আমাৰ জাতীয় সম্পদ। এনেবোৰ সৃষ্টিৰ যোগেদিয়েই আধুনিক অসমীয়া গীতি সাহিত্যত তথা সুৰ জগতত ড° ভূপেন হাজৰিকা যুগমীয়া হৈ থাকিব।

অনবদ্য কথা-শিল্পী চৈয়দ আব্দুল মালিক এগৰাকী সাৰ্থক গীতিকাৰো। নিজামউদ্দিন আহমদ হাজৰিকাই সুৰেৰে সজোৱা মালিকৰ গীতে এসময়ত গণনাট্য আন্দোলনত প্ৰাণসঞ্চাৰী প্ৰেৰণা যোগাইছিল।

হেমেন হাজৰিকা অন্য এগৰাকী গীতিকাৰ যাৰ গীতে অসমীয়া আধুনিক গীতৰ জনমুখী ধাৰাটোক অত্যন্ত সমৃদ্ধ কৰিছে। তেওঁৰ শব্দচয়নত কোনো সুৰকাৰ উজুটি খাব নালাগে। তেওঁ যেন আমাৰ গঞা - জীৱনৰ মাত - কথাবোৰ মথি আনিছে। তেওঁৰ জনপ্ৰিয় গীতসমূহৰ এটা হ'ল, 'এজাৰ ফুলা দেখি বেজাৰ কিয় কৰ'। গীতটো যাঃ মানে আহ ভাব এটাই সাবটি হৃদয়গ্ৰাহী কৰি তুলিছে আৰু গীতটো গাইছেও অসমৰ এগৰাকী উদাৰ কণ্ঠৰ অধিকাৰী, সুৰশিল্পী তথা গণ-গায়ক খগেন মহন্তই।

ড° নিৰ্মলপ্ৰভা বৰদলৈৰ মৰম লগা গীতবোৰে জয়ন্ত হাজৰিকা আৰু দীপালী বৰঠাকুৰৰ সোণসেৰীয়া কণ্ঠত পৰি সোণত সুৱগা চৰাইছে। নাৰী-জীৱনৰ বেদনাই এওঁৰ গীতত শ্ৰোতাৰ মৰ্ম স্পৰ্শ কৰে। এওঁৰ মানত ধন-সোণৰ ঐশ্বৰ্যতকৈ মাতৃ হৃদয়ৰ নাড়ীৰ ঐশ্বৰ্য্য মহত্তৰ। দীপালী বৰঠাকুৰৰ কণ্ঠত এওঁৰ "সোণৰ খাৰু নেলাগে" শুনিলে কলিজা মোহাৰ খাই উঠে। এক সুনীল বিশাল পৰিৱেশত সন্ধিয়াৰ আকাশত বগলী উৰিলে এওঁৰ মনৰ চকুত ভাহি উঠে মাতৃৰ চাৱনি আৰু হৃদয়। সহজ শব্দেৰে যি সকল গীতিকাৰে গভীৰ ভাব অভিব্যঞ্জিত কৰে, ড° বৰদলৈ সিসকলৰ অন্যতম।

লব্ধপ্ৰতিষ্ঠ কবি নৱকান্ত বৰুৱাৰ গীতবোৰে, বিশেষকৈ ড° বীৰেন দত্তৰ সুৰৰ মাজত আৰু কণ্ঠ-নিঃসৃত হৈ শ্ৰোতাৰ মনত এক মৌন-গভীৰ ভাবাৱেশৰ সৃষ্টি কৰে। তেওঁৰ 'বহাগৰ দুপৰীয়া', 'জিলীৰ মাতে', 'মই এটি দিনৰ জোনাকী', 'ধুন ধুন ধুনীয়া' আদি কেইটামান মাথোঁ আপুৰুগীয়া গীতৰ উল্লেখ কৰিলোঁ। তেওঁৰ শব্দ-চয়ন

সাধাৰণতে মাৰ্জিত। মন্দাক্রান্তাৰ গীতিকাৰ তফজ্জুল আলি এগৰাকী চিত্তাকৰ্ষী সুৰকাৰ আৰু গায়ক। তেওঁৰ কথা আলফুলীয়া, সুৰ যাদুকৰী। এইগৰাকী গীতি-নাট্য ৰচকো। অসমীয়া আধুনিক গীতি-সাহিত্যলৈ বুজন সংখ্যক গীতেৰে অৰিহণা যোগাই অহা অন্য এগৰাকী গীতিকাৰ হ'ল ড° লক্ষহীৰা দাস। তেওঁৰ গীত অসমৰ বহু সুৰকাৰ আৰু গায়ক-গায়িকাৰ আপোন সম্পদ। অন্য প্রসঙ্গত ৰচিলেও এই আকাশ পিয়াসী মনৰ অধিকাৰণী গীতিকাৰ গৰাকীৰ কাৰণে অকণি ঘৰৰ বন্ধ বায়ু অসহ্য; তেওঁ যেন নিজেই নিজৰ বান্ধ মেলি ক্ষুদ্রৰ পৰা বৃহতলৈ ওলাই যাব খোজে; এৰি দিয়া প্রিয়া মই যাওঁ। তেওঁৰ তবলা বজোৱা মইনাটোও মৰম লগাকৈ দুষ্ট।

মিতভাষী কবি অজিত (৺) বৰুৱাৰ গীতে একালত আমাক আপ্লুত কৰিছিল। তেওঁৰ 'হিন্দু মুছলমান, বৈ যায় তোৰ বিজয় ৰথ বৈ যায়' গীত আমাৰ জাতীয় সম্পদ। হৃদয়ৰ প্রগাঢ় আবেগ ঢালি তেওঁ আমাৰ গীতি সাহিত্যলৈ ভালে কেইটা অপূৰ্ব গীতৰ অৰিহণা আগ বঢ়াইছে। 'আকাশৰ পাৰ ভাঙি আহে জোনাকৰ ঢল' আৰু 'সোনালী মেঘৰ ৰথে' শীৰ্ষক গীত ৰচনা - কালৰ পৰা এতিয়ালৈকে শুনি হেঁপাহ পলোৱা নাই। তেওঁৰে বন্ধু সুৰকাৰ, অসমৰ চলচ্চিত্র জগতৰ আগশাৰীৰ সঙ্গীত - পৰিচালক আৰু পৰিচালক, সঙ্গীতজ্ঞ, গায়ক ব্রজেন বৰুৱায়ো একাধিক গীত ৰচি গৈছে।

অসমীয়া গীতৰ কৰণিত জয়ন্ত বৰুৱাৰ ফুল কেইপাহ শ্রোতাৰ নিয়ৰ পাই যুগ-যুগ জীয়াই থাকিব। আমি এই আপোন পাহৰা গীতিকাৰজনক অকালতে হেৰোৱালোঁ। তেওঁৰ অনুক্রমিক ৰচনাই অসমীয়া আধুনিক গীতি-সাহিত্যৰ ৰং চৰালেহেঁতেন। তথাপি তেওঁ যি দি গ'ল, তাৰ তুলনা নাই। চলচ্চিত্রৰ কাৰণে লিখা তেওঁৰ 'এই গাঁও আপোন', 'মায়াভৰা এই ধৰা' শ্রোতাৰ এতিয়াও বুকুৰ আপোন।

সাম্প্রতিক অসমৰ সৰ্বাধিক পাঠকৰ প্রিয় কবি হীৰেণ ভট্টাচাৰ্য এগৰাকী সাৰ্থক গীতিকাৰো । তেওঁৰ 'বন্ধু, মেলি তোৰ দুখৰ দুখনি হাত', 'তাইৰ কেতিয়াবা মন গলে' আদি গীত সঁচায়ে সহৃদয়ৰ হৃদয় সম্বাদী। কবিতাৰ দৰেই তেওঁৰ গীতবোৰো সহজ অথচ গভীৰ অৰ্থবাহী।

কীৰ্ত্তিকমল ভূঞা নতুন চামৰ গীতিকাৰ সকলৰ আগশাৰীত। তেওঁৰ গীতত ব্যক্তি আৰু ব্যষ্টি উভয়ৰে হৃদয়াবেগ অকৃত্রিম আৰু গভীৰভাৱে অভিব্যঞ্জিত। সমাজ-চেতনা তেওঁৰ ৰচনাৰ অন্যতম চৰিত্র। কবি আনিছ উজ জামানৰ গীতবোৰত শব্দবোৰ তেওঁৰ কবিতাত থকাৰ দৰেই মৰম-লগা, আলফুলীয়া আৰু অৰ্থবহ। তেওঁৰ একাধিক গীতৰ ইতিমধ্যেই বাণীবন্ধন হৈছে। কবি ইদ্রিছ আলি অন্য এগৰাকী প্রতিষ্ঠিত গীতিকাৰ। তেওঁ নিজেই সুৰকাৰ হোৱাৰ কাৰণে তেওঁৰ গীতৰ কথাবোৰক অধিক

প্ৰাণময়ী ৰূপত পাওঁ।

ইয়াৰ উপৰিও সতীশ দাস, প্ৰশান্ত বৰদলৈ, দ্বিজেন্দ্ৰ মোহন শৰ্মা, গুণমনি বৰা, মন্মথ বৈশ্য, কেশৱ দত্ত, ফজলুল কৰিম, বিৰিঞ্চি মেধি, এলি আহমেদ, মনোৰঞ্জন বৰুৱা, হীৰেণ গোহাঁই আৰু অনেক নবীন প্ৰবীণ গীতিকাৰৰ গীতৰ অৰিহণাৰে অসমীয়া আধুনিক গীতি সাহিত্যৰ ভড়াল ভৰিবলৈ ধৰিলে। সুৰে গৰকা আমাৰ এই অসমখন আচলতেই গীতৰ ৰঙ্গভূমি। এই আলোচনাত যিমান কেইজন গীতিকাৰৰ গীতৰ কথা কবলৈ চেষ্টা কৰা হৈছে, তাত হয়তো আৰু সংযোজনা হ'ব। কোনোবা ধানপুৰীয়া কঠাল হয়তো মোৰ দৃষ্টিৰ অভাৱত পাতৰ তলতে লুকাই গৈছে। মোৰ বিশ্বাসঘাতক স্মৃতিয়েই তাৰ কাৰণে মূলতঃ জগৰীয়া হব । যোগ্যতৰজনে ভৱিষ্যতে এই বিষয়ে নিশ্চয় বিশদ আলোচনা কৰিব।

ইমান পৰে অসমীয়া ভাষাৰ গীতিকাৰসকলৰ কথাৰ এটা যথাসাধ্য আলোচনা কৰিলোঁ। অসমীয়া গীত বুলিলে মই কি বুজিব খোজোঁ, সেই কথাৰ আৰম্ভনিতে অৱতাৰণা কৰিছিলোঁ। অসমীয়া ভাষী ভিন্ন জনগোষ্ঠীৰ ভাষাত ভালেমান আধুনিক গীত ৰচিত হৈছে। বড়ো লোকগীতৰ সংগ্ৰাহক মোহিনী মোহন ব্ৰহ্মাই আমাক এচাম লোকগীতৰ সংগ্ৰাহক সম্ভেদ দিছে। বঙ্গমুথ্যুৰ গাড়ো লোক কথা সম্পৰ্কীয় পুথি আছে। ড° প্ৰফুল্ল দত্ত গোস্বামী, ভবেন নাৰ্জি, ড° প্ৰমোদ ভট্টাচাৰ্য্য, ড° বীৰেন্দ্ৰ নাথ দত্ত আদি পণ্ডিতে আমাৰ জনজাতীয় জনগোষ্ঠী সমূহৰ সৃজনশীল কৃতি সম্বন্ধে ক্ষেত্ৰগত তথা বিদ্যায়তনিক উভয় বিধৰ গৱেষণা কৰিছে। অসমীয়া ভাষী সাহিত্যক কলাকাৰসকলে এই বিষয়ত অধিক মনোনিবেশ কৰা প্ৰয়োজন।

আমি ইয়াত জনজাতীয় জনগোষ্ঠী সমূহৰ ভাষাত ৰচিত গীত দুই চাৰিটাৰে উদাহৰণ দাঙি ধৰিব পাৰিলোঁহেঁতেন। কিন্তু আৰম্ভণিতে তাকে নকৰি জনদিয়েক আগশাৰীৰ সংশ্লিষ্ট গীতিকাৰৰ নামহে উল্লেখ কৰিলোঁ। ইয়াৰে ভালে কেইজন অসমীয়া ভাষাৰো প্ৰতিষ্ঠিত লেখক। যথা, টাবু টাইদ, নাহেন্দ্ৰ পাদুন , ভৃগুমুনি কাগ্যুং, ৰাজেন পাম, তৰুণ চন্দ্ৰ পামেগাম, গণেশ পেগু, যুবৰাম দলে, প্ৰদীপ গাম, বিক্ৰম সিং য়েইন, জয়ছিং ৰংপি, কেহাই বে, তুম্বেশ্বৰ তেৰাং, বলাইৰাম সেনাপতি, মহিৰাম বৰদলৈ , অৰুণ বৰ্মণ, হে ৰস্ব প্ৰতাপ থাওসেন আৰু শ্ৰীমতী মুক্তা বৰ্মণ।

ভাষা ভিন ভিন হ'লেও, আমি অসমীয়া গায়ে গায়ে লগা, একেই আমাৰ সংস্কৃতি। সাংস্কৃতিক ক্ষেত্ৰত আমি পৰস্পৰৰ গভীৰ ভাবে, আপোনত্বেৰে আকোঁৱালি লবৰ কাৰণ আমাৰ গীত-কবিতা -নাটক-নৃত্য সবল সুঠাম বাহু। আহক, আমি আমাৰ গীতেৰে সুৰেৰে বিভিন্ন ভাষী অসমীয়াৰ হৃদয়ে হৃদয়ে সেতু বন্ধন কৰোঁহক।